*A Social Novel in Assamese by Mridula Bora and*
*Published by Sri Mrinal Kanti Bhattacharjee*
*Students Emporium, Dibrugarh-786001.*
*1986 Price Rupees—Ten only*

প্ৰকাশক :
শ্ৰীমৃণাল কান্তি ভট্টাচাৰ্য্য
ষ্টুডেণ্টচ্ এম্পোৰিয়াম
ডিব্ৰুগড়—৭৮৬০০১

প্ৰথম প্ৰকাশ—ফেব্ৰুৱাৰী, ১৯৮৬

বেচ : দহ টকা মাথোন

মুদ্ৰণ :
মৃদুলা দাস
বৰ্ত্তীমা প্ৰিণ্টিং ৱাৰ্কচ
কলিকতা-৭০০০০৬

# অৰ্পণ

মৰমৰ

"কবুল"

মৰম আৰু ভালপোৱাই যদি জয় কৰিব
পাৰে—ভেঙে মোৰ গভীৰতম মৰম
ভালপোৱাৰ পাপৰি ছিঙি "চন্দ্ৰ গ্ৰহণ"
খন তোমাৰ হাতত তুলি দিলোঁ।

তোমাৰ

মৃদু

# লিখকৰ আমাৰ ফালৰ পৰা

স্কুলত পঢ়ি থকা অৱস্থাৰ পৰাই কিতাপ এখন লিখাৰ দুৰ্ব্বলতা অনুভৱ কৰিছিলো যদিও নিজৰ অপৈনত অৱস্থাৰ বাবে মই কিতাপ লিখিবলৈ নিজক প্ৰস্তুত কৰাত পলম হৈছিল।

স্কুলৰ জীৱন শেষ হোৱাৰ পাছতো মোৰ মনটোত কিতাপ এখন লিখা ভাবটোৱে বেছিভাগ সময় খুন্দিয়াই থাকিবলৈ ধৰিলে—মোৰ এই ভাবটোৰ কথা বহু বন্ধু-বান্ধৱীকে কৈছিলো—ইতিমধ্যে মোৰ প্ৰকাশিত গল্প, কবিতা লিখাৰ দিশটোৰ সুযোগ লৈয়েই বন্ধু বান্ধৱীৰ ভবকৰ পৰা মাত্ৰ এটাই কথা শুনিছিলো যে তেওঁলোকক কিতাপখন সোনকালে উলিয়াই দিব লাগে এইবোৰ কামত সময়বো বহুত প্ৰয়োজন—সময়ৰ অভাৱতে কিতাপখন লিখি উলিওৱাত কিছু দেৰি হল—সেয়ে মোৰ বন্ধু বান্ধৱী সকলক কওঁ পলম কৈ দিয়াৰ বাবে তেওঁলোক যেন অসন্তোষ নকৰে।

কিতাপখন লিখি থকাৰ কালচোৱাও মোৰ দাদা ( শ্ৰী প্ৰণয় শংকৰ নাথ—গুৱাহাটী বিশ্ববিদ্যালয়ৰ দৰ্শনৰ ছাত্ৰ )-ৰ হিতোপদেশ আৰু শুভইচ্ছাই মোক যথেষ্ট উৎসাহিত কৰিছিল। দাদালৈ মোৰ আন্তৰিক ধন্যবাদ ও শ্ৰদ্ধা থাকিল।—অন্য হাতে প্ৰেৰণা হৈ অহা যোৱাৰ পথত সহযাত্ৰী হৈ সহায় আগবঢ়োৱাও জ্যোতিকা আৰু অযোধ্যালৈ মোৰ মৰমবোৰ থাকিল. লগতে শুভাকাংক্ষী বন্ধু-বান্ধৱী—লোহিত, বুকিন, প্ৰমোদ দেৱ, বিপিন, বীতা, মুন, অঞ্জলী, গৌবিইতৰ বাবে ধন্যবাদ ৰল।

পুথি হিচাবে মোৰ প্ৰথম লিখা, সেয়ে অনেক ভুল ক্ৰটিৰ বাবে চকু বুলাই সহায় আগবঢ়োৱাত আমাৰ শ্ৰদ্ধা ভাজন সাহিত্য-প্ৰেমী গুৰু ( ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ সাহিত্য বিভাগৰ ) শ্ৰীযুত কৈলাস শৰ্মা চাৰলৈ মোৰ কৃতজ্ঞতা আৰু সহস্ৰ সেৱা থাকিল।

পাণ্ডুলিপি কৰি সহায় কৰিলে আমাৰ ডিব্ৰু কলেজৰ স্নাতক ( বিজ্ঞান ) মহলাৰ ভন্টি মিনাক্ষীয়ে। তাইলৈ ওৰেটো জীৱন মোৰ স্নেহাশীষ থাকিল।

ডিব্ৰুগড়　　　　　　　　　　ইতি

২৩।১১।৮৫　　　　　　　　　　মৃদুলা বৰা

পুৱা বেলাতেই গঙ্গাৰামে হালখন লৈ ওলাই যায়। বেমাৰী গাৰেই হাল-কোৰ ধৰিব লগীয়া হয়। নধৰিলে নকৰিলে কোনেনো কৰে। তিনিটি মাথোন লৰা। পুণ্যৰ বাবে ভগৱানে দিলে বুজিছানে, পিছে দানলৈ ছোৱালী এটিহে নিদিলে। —তাকে মাজে সময়ে লগ সজত পৰি কৈ কিছু দুঃখ পাওলাই গঙ্গাৰামে।

তিনিটা লৰাৰ ডাঙৰটো গৌৰাঙ্গ এতিয়ামাত্র দহ বছৰীয়া। বাকীহাল শান্তনু আৰু অংকুৰ, সাত আৰু পাচ বছৰীয়া। বদ্ চেঙা টিক্-টিক্ কৈ ওলাইছে যদিও গঙ্গাৰামৰ ভাল লাগিছে হালখন বায়। কৰবাৰ পৰা অহা ধুনীয়া বগাহজাকে গাত মাজে মাজে হাত বুলাই যায়।

হালৰ পৰা, ঘূৰি আহি গঙ্গাৰাম পিৰালিতে ধৰাই মৰাই বহিছে। লৰা তিনিটা স্কুললৈ ওলাই গ'ল।

চেনেহীয়ে পানী এঘটি দি ক'লে—হাতমুখ ধোৱক, জলপান দিও।

ভিতৰলৈ সোমাই খাবলৈ বহি গঙ্গাৰামে ঘৈনীয়েকক ক'লে— মই হয়তো পথাৰলৈ দুদিনমান যাব নোৱাৰিম হবলা ; গা-টো কেনেবাখন কৰিছে। ইফালে তিনিটাক জানো কি কৰা হয়।

এনে অমঙ্গলীয়া কথা মুখত তুলিয়াৰ বুইছেনে—ছেকাহি মাৰি চেনেহীয়ে ক'লে। —অলপ জিৰাই-সতাই লওক। ডাঙৰ মইনাহঁতৰ কাইলৈ গৰমৰ বন্ধ দিবই, সিয়েই এই কেইটা দিন হালখন লৈ যাব পাৰিব।

এৰা—তাক এই কুলকুমলীয়াতে দুখ কাম কৰিবলৈ দিয়াৰ ইচ্ছা মোৰ নাই। মই পঢ়া-শুনা নাজানিলো যদিও নাক-কান থকা মানুহ ; এতিয়া সিহঁত কেইটাৰো ভৱিষ্যতটো ভাজকৈ গঢ় দিব পৰাটোহে চিন্তা কৰিছো। —এইজনে পথাৰত লগালে পঢ়া-শুনা নহ'ব।

তেতিয়া হ'লে এটা কাম কৰক—অথনি মুমল বোপা আহিছিল হালথন বোৱাৰ কথাকে লৈ। তাক মই কৈ পঠাইছো আকৌ এবাৰ আপোনাক লগ পোৱাকৈ আহিবলৈ।

—চেনেহীৰ কথা শেষ নৌ হওঁতেই মুমল ক'ৰবাৰ পৰা ওলালহিয়েই।

—অ মুমল বহচোন। গঙ্গাৰামে মাত দিলে। ইহঁতৰ মাকৰ সৈতে তোৰ কথাকে পাতি আছিলো।

হেৰি নহয় দদাইদেউ—আপুনি যদি দিয়ে খেতিটোৰ হালকেইখন ময়েই বাই দিওঁ।

---পিছে তোক আকৌ কেনে কুৱা ভাওত কি দিব লাগিব বা ?

—কিনো দিব দদাইদেউ, দেখিছেই নহয়—এসাজ খালে এসা জলৈ চিন্তা। যদি আপুনি দু-পুৰা মাটিৰ ধান মুঠি দিয়ে, তেনেহ'লে মই ধানহে বিচাৰো।

চেনেহীৰ সৈতে গঙ্গাৰামে কথা বতৰা হৈ দুপুৰা মাটিৰ ধান মুমলকে দিয়াটো ঠিক কৰিলে।

এনেয়েও গাওঁখনত পঢ়া-শুনাৰ জোৰ নাথাকিলেও গঙ্গাৰামৰ জোৰ আছিল সম্পত্তিৰ। গুৰু গোসাঁইকো এমুঠি খুৱাব পাৰে।

গধূলি, খাবৰ সময়ত চেনেহীয়ে পুতেকহঁতক বুজায়—তহঁত কেইটাই মনপুতি পঢ়হক। দেউতাৰে লোকৰ হতুৱাই খেতি কৰাইছে। পঢ়িব নোৱাৰিলে পিঠি বাচিব। ভাওৰটো আৰু সৰুটো ল'ৰাক বুজাবলৈ মাকৰ বেছি কষ্ট নহয়। পিছে মাজৰ এই মাজু-মইনা···। ইযে এটা ল'ৰা। সি সুকীয়া। তাক ভালেৰেই কওক বা বেয়াৰেই কওক, সি ভ্ৰুক্ষেপ নকৰে।

গঙ্গাৰামৰ লৰা তিনিওটাই পঢ়াত ভাল। কথা-বতৰাতো। শান্তসুৱে মানুহৰ লগত কথা বতৰা নাপাতে যদিও লৰাটো বেয়া নহয়, মুমলেহে তাৰ লগত কথা পাতিব পাৰে। আজি সাত আঠ বছৰ হ'ল —এইখন ঘৰত মুমলৰ। গঙ্গাৰামৰ সহায় সহযোগতে তিনিজনীকে জনীয়েক মুমলে বিয়া দিলে। দুবছৰ হ'ল তাৰ মাকজনী—মৰা।

এতিয়া সি মাত্ৰ এটা গা। সেয়ে যি খান-চান মনায়। পঞ্জাবাৰুক ধৰতে থাকে।

চ'ত মাহৰ আজি তুকুৰি পাঁচ দিন। বহাগ বিহুলৈ বেছিকৈ নাই। মাত্ৰ পাঁচটা দিনহে বাকী। শান্তনুৱে ওলাই গৈছে বাঁহীটো এজাই বজাই। যলৈকে যায় তলৈকে বাঁহীটো তাৰ হাতত থাকিবই। বিৰিনানিৰ মাজে মাজে সুৰ-সুৰীয়া বাটটোৰেদি গৈ আছে ধনশিৰি নৈৰ পাৰলৈ, নিৰ্মল বতাহজাকে আবেলিৰ হেঙুলীয়া সূৰ্য্যৰ ৰশ্মিটো ধনশিৰিৰ বুকুত পৰি আক বেছি মনকমোথ কৰি তুলিছে। পাৰৰ পলাশ জোপাত উঠি শান্তনুয়ে মুখত বাঁহীটো লৈ গীত টানিলে—

অ সক ভনিটি মুগাৰ বিহা পিন্ধিলি
লাহতী খোপাতে কপৌ ফুল গুজিলি
দেখি মৰম লাগি যায়। অ…
দেখি মৰম লাগি যায়।/অ সক……… ।

হেঠাৎ শুনিলে হাঁহিৰ জিৰ খিলাই আহিছে, ঘূৰি চাই দেখিলে সেই পাট গাভৰু জাক। মালতী, সন্ধ্যাৰাণী, অপৰা আৰু কল্মিনী, শান্তনুৰ গাৰলৈ মন গ'ল—"চা সমনীয়া গাভৰু জাক আহিছে। সাজোনে কাঁচোনে ৰূপহী যেন লাগিছে। তাৰ মাজৰে এজনী লৈ মাম লৈ মাম লাগিছে।"

কিন্তু নাগালে। সিহঁতক নেদেখাৰ ভাও ধৰি থাকি শান্তনুয়ে মনে মনে সিহঁতৰ গতি-বিধি লক্ষ্য কৰি থাকিল। গোটেই কেইজনীয়ে আপোন-মনে ধনশিৰিত গা পা ধুই কলহত, লোটাত পানী ভৰাই ঘৰলৈ উভতিছে। সন্ধ্যাৰাণীয়ে কৈছে—ঐ উহতি কাইলৈ পানী নিবলৈ আহিলে মোকো মাত লগাবি।

মলো আহিম। মালতীয়ে কয়। কথা পাতি পাতি আটাই কেইজনী ঘৰলৈ উভতিল।

• • •

অ ভাওৰ মইনাৰ মাক, এই মাজু মইনা কেনি গৈছিল হে? এই

সন্ধ্যা পৰলৈকে লবাটো ওলোৱাহি নাই। সি জানো ঘৰত কৈ যাব নাপায় হেঁ? গঙ্গাৰামে দপ্‌দপনি মাৰিছে।

ডাঙৰ মইনা—

কি মা,—ডাঙৰ মইনাই মাত দিলে।

সোন, চা তই এতিয়া মেট্ৰিক পাছ কৰিছ। তোলৈ আমাৰ বহুত আশা আছে। তই যি বিচাৰ আমি তাকে দিবলৈ কৰিবলৈ জীয়াই আছো। সেয়ে শোন, তই ভালদৰে পঢ়িবি। তাতপৈ ঘূৰি মুকুবিবি।

* * *

মেইল কেতিয়া যাব ডাঙৰ মইনা? —দেউতাকে সুধিলে।

১১ বজাত যাব দেউতা—গৌৰাঙ্গই ক'লে। মই কাপোৰ কানি, ছন্ড্‌, অল্‌ বান্ধি লৈছো, ভাত কেইটা খাই লওঁ। মুমল আৰু মাজু মইনা গৈ ষ্টেচনত থৈ আহিলেই হ'ব।

মৰমৰ বৰ পুতেকক দূৰণি ঠাইলৈ পঠোৱাৰ দুখ এহাতে, আৰু আনহাতে পুতেক দূৰত থাকি পঢ়ি-শুনি ডাঙৰ মানুহ হৈ অহাৰ দিবা স্বপ্নত ভোল গৈ আনন্দৰ অশ্ৰু টুকিছে গঙ্গাৰামে চোতালৰ আন্ধাৰত বহি। এবাৰ চকুত পৰিল হাতত বাঁহীটো লৈ শান্তনু ঘৰলৈ আহিছে। একেচাবেই খেদা এটা মাৰিলে, পিছে ক'ত গঙ্গাৰাম আৰু কত শান্তনু। একেলৰেই গৈ ভাতচকৰ চুক পালেগৈ।

—এই ৰাতিলৈকে তই ক'ত ঘূৰিছ হয়? ককায়েৰ যাব খবৰ নাই হঁ? তাক বেলত উঠাই থৈ আহগৈ। ওলা সোনকালে। ভাত খাই ল। —মাকৰ কথাতে নাকে-কানে ভাত কেইটা ভৰাই সিটো কোঠা লৈ গৈ কাঠি তুলাই থকাৰ পৰাই মুমলক টানি আনিলেগৈ।

গৌৰাঙ্গক ষ্টেচনত থবলৈ মুমলো ওলাল।

যাবৰ সময় হ'ল। গৌৰাঙ্গ ওলাল। মাকে সাৱটি লৈ আশীৰ্বাদ দিছে, মৰম কৰিছে।

দেউতা মই আহোঁ। —সোন, তই গৈয়েই চিঠি এখন দিবি। নহ'লে মোৰ মনটো তেনেই বেয়া লাগি থাকিব।

যিমানেই ৰাতি গভীৰ হৈ আহিছিল সিমানেই গৌৰাঙ্গৰ মনত পৰিল মাকে বুকুত সাৱটি লৈ মৰম কৰা, আশীৰ্বাদ দিয়াৰ কথা। মনত পৰিল, দেউতাকে চিঠি দিবলৈ কোৱা কথাষাৰ। চকুৰ আগলৈ ভাঁহি উঠিছে ধনশ্ৰীৰি পাৰৰ তাৰ মৰমৰ গাওঁখন, ঘৰবোৰ। বহুতো দূৰলৈকে আন্ধাৰৰ আৰু পোহৰৰ সামঞ্জস্যত ৰিমি-ৰিমি দেখা শাৰুহু আৰু মূমলৰ হাতৰ জোকাৰণি। তাৰ মনত ভুমুকি মাৰিছে—ঘৰখন, গাওঁখন আৰু অসুখীয়া দেউতাক। নিশাৰ এই নিবৰতাক আৰু বেছি সঁহাৰি দিছে ৰেলৰ মৃদু জোঁকাৰণিয়ে। কানত পৰিল কৰবাৰ পৰা ভাঁহি আহিছে নিশাৰ নিবৰতা ভেদ কৰি অহা ফেঁচা এজনীৰ উকলি, শিয়ালৰ চিঞৰ। আজিৰ এই যাত্ৰাই গৌৰাঙ্গৰ চকুত উঁহাই তুলিছে শৈশৱৰ দিনকেইটা।

সি বহা ডবাটোতে আৰু কেইবাজনো যুৱক বহি আছে। সকলোৱেই যেন অতীতক সুঁৱৰিছে। ধুনীয়া অতীতটোক। প্ৰতিজনৰ মুখত ধৰিব পাৰি যেন মনত কিবা আচহুৱা আচহুৱা ল'গা কিছুমান আঁত নিছিগা অবুজ ভাষাৰ ভাৱনা। অকল শৰীয়া যাত্ৰা বৰ ভাল লাগে, যদিহে যাত্ৰীৰ মাজত কথাৰ আদান-প্ৰদান হয়।

গৌৰাঙ্গই কাষতে বহি থকা সমবয়সৰ যুৱকজনলৈ কথা আৰম্ভ কৰি দিলে। তেওঁলোকৰ মাজৰে দুজন আহিছে একে উদ্দেশ্যৰে। গোৰখপুৰ কলেজত পঢ়িবলৈ। মৰমৰ অসমখনক এৰি যাবলৈ ওলোৱাত যি দুখ লাগিছিল সেই দুখ তিনিওজনৰে হৃদয়বিদাৰক আছিল, কিন্তু ভাল লাগিছিল—তিনিও অসমৰ ছাত্ৰ। বাহিৰলৈ যোৱাৰ পথত নিজ দেশৰ মানুহ পালে সঁচা কৈয়ে বৰ আপোন আপোন লাগে। তিনিও বন্ধু হৈ পৰিছিল। বন্ধু দুজনৰ এজন শৈৱাল। শৈৱালৰ ঘৰ ডিব্ৰুগড় মেডিকেল কলেজ স্টাফ কলোনিত। দেউতাক চাৰ্জাৰী বিভাগৰ প্ৰৱক্তা তথা বিশেষজ্ঞ। ঘৰত দুজন ল'ৰা, এজনী ছোৱালী। শৈৱালৰ বায়েক বি. এচ. চি. শেষ বাৰ্ষিকৰ ছাত্ৰী। ভায়েক নৱম মান শ্ৰেণীত পঢ়ে। আৰু যাত্ৰী বন্ধু ইজন ছাত্ৰ পদ্মানন্দ

পাঠক। শিৱসাগৰৰ পৰা গৈছে। আহিবৰ সময়ত ঘৰত কাক, কোনে, কি কি কেনেদৰে কৈছে ইত্যাদি কথাবোৰ পাতি পাতি তিনিও সেই দীঘল যাত্ৰাটোত আনন্দ লভিবলৈ বিচাৰিছে। সম্পূৰ্ণ চাৰিটা দিনৰ পিছত তিনিবন্ধু গোৰখপুৰ কলেজ হোষ্টেলত উঠিল গৈ। প্ৰত্যেকৰে ৰুমকেইটা বেলেগ বেলেগ আছিল। পিছে চুপাৰক অনুৰোধ কৰাত ১৭ নং কোঠাতো তিনিওৰে নামত দিছিল। অসমৰ তিনিবন্ধু ৰুমমেট। পঢ়া-শুনা, সুখ-দুখৰ সমভাগী ইটো সিটোৰ প্ৰতি। মাজে মাজে ওলাই যায় ফুৰিবলৈ। নামে কামে গোটেই কেইটা যেছ মিলিছে। বিজ্ঞানৰ ছাত্ৰ সিহঁত। গৌৰাঙ্গৰ আকৌ ইচ্ছা এজন সুনিপুণ চিকিৎসক হোৱাৰ।

পৰাণজীতে মাজে মাজে কয়—মই কৃষি বিশ্ববিদ্যালয়ত পঢ়িম।

শৈৱালে ভাৱে পদাৰ্থ বিজ্ঞানত অনাৰ্চ লৈ পাইলট্ হ'বলৈ যত্ন কৰিব। সি পাইলট্ হোৱাৰ কথা ভাৱে. পিছে কি হ'ব! দেউতাক নিজে ডাক্তৰ। তাকো মেডিকেল পঢ়ুৱাৰ ইচ্ছা কৰে।

পৰাণজীতে হাঁহিৰ চলতে কয়—বাদ দে, পাইলট্ হবি বুজিছ শৈৱাল। তই ওপৰেদি উৰি যাবি আমি তলৰ পৰা, মানে মই খেতি পথাৰৰ পৰা 'শৈৱাল গৈছে সোঁটো' বুলি চিঞৰিম।

## দুই

—কি হ'ল বাভিপুৱাই আহিলি? ৰতনে সুধিলে।

আজি আবেলি তই কৰবালৈ যাবিনেকি ৰতন?

নাযাওঁ। কলৈনো যাবি। ঘৰৰ পৰা ওলাবলৈ মানা কৰিছে। তইতৰ তাওৰ দাদা বাহিৰলৈ গৈছে নহয় পঢ়িবলৈ? মোকো ঘৰত কয় —তোৰ দাদাৰ দৰে ময়ো ছেলো বাহিৰলৈ যাব লাগিব।

—বাদ দে, আবেলি যাওঁহে নপঢ়ে বুজিছ। আবেলি অকল

মুকলি বতাহ ল'ব লাগে। বাতি পঢ়িবি।—মই বাতিহে পঢ়ো। আবেলি তই গুলাই থাকিবি। মই আহিম।

কলৈ যাবি শান্তনু ?

পিছত কম চব।

দিনটো কেনেকৈ যে পাৰ কৰিছো কব নোৱাৰো ভাই। মন এতিয়া বতন।

বতন ওলাল।

ছয়োটা গ'ল ধনশীৰিৰ পাৰলৈ।

—তই পিছত উঠিবি বতন। মই আগতে উঠো।—লাহে লাহে শান্তনু পলাশ জোপাৰ্দ বগাই উঠিলে —ভাল লাগিল সিহঁতৰ। ইফালৰ পৰা ধনশীৰিৰ বুকুত হালি-জালি আছিছে এখন টুলুঙা নাও। তাতে আকৌ নাৱঁৰীয়াৰ জুদয় বিদাৰক সংগী। লগতে এইফালৰ পৰা শান্তনুৰ বাঁহীত বিহু গীতৰ কলি ছুই পাৰৰ বনগীত আৰু বাঁহীৰ সুৰলা মাতে ধুনীয়া নির্জনতাখিনিক যেছে মধুৰ কৰি তুলিছে।

আহিল এনেতে সেই লচকচা গাভৰু কিজনা। যিহঁতে সিহঁতৰ কথা, হাঁহি। পানী নিবলৈ আহি বহিছে ধনশীৰিৰ পাৰত। মালতীয়ে কলহটোৰ ভিতৰৰ পৰা নেমুটেঙা ছুটামান উলিয়াই ল'লে। সন্ধ্যাৰাণীয়ে কটাৰীখন ধুই কটিছে। অপৰাই আকৌ নিমখ জলকীয়া সানি ভগাই দি খাবলৈ লৈছে—ঐ উঁহুতি এইবাৰ বিহুত কোনে কি লৈছ দেখুৱাবিচোন দেই। মই পাটৰ চেট এটা ল'লো, বুটা বছা—সন্ধ্যাই ক'লে।

মই আকৌ মুগাৰ মেখেলা এখনহে ল'লো। অপৰাই কৈছে। —বাকী দুজনীয়ে কবলৈ নৌ পাওঁতেই কাঞ্চনীৰ চকুত পৰাৰ লগে লগে চিঞৰি উঠিল, ঐ চাচোন—সৌ দুটা শান্তনু আৰু বতন নহয়নে গছৰ ওপৰত ? শান্তনুহঁতে সিহঁতলৈ সাৰ-কান কৰাই নাই। যেন সিহঁতহাতে একোকে গম পোৱাই নাই।

এবা—কাম নাই আৰু একেবাৰে হাতত বাঁহী-চাঁহী লৈ যেন গছৰ ওপৰত বৃন্দাবনত গৰু চৰোৱা শ্ৰীকৃষ্ণটিহে। —সন্ধ্যাই কৈ পেলালে।

খণ্ডে ৰতনৰ মূৰৰ চুলি পালেগৈ। নামি আহিল দুইটা।

—ক কোনজনীয়ে শ্ৰীকৃষ্ণ বুলি কৈছিলি? ইজনীয়ে কয় মই নাই কোৱা, সিজনীয়ে কয় মই নাই কোৱা।

তেন্তে। তেন্তে ক'লে কোনে; তহঁত কেইজনীৰ এজনীয়েও যদি কোৱা নাই তেন্তে ক'লে কোনে? কৰবাত মায়াবিনী আছে নেকি?

থ—থ শান্তনু। মায়াবিনী ওলাব ইয়াত। ইহঁতৰ ভিতৰতে ওলাব সেই মায়াবিনী। ৰ। মই এতিয়া মায়াবিনী উলিয়াম। —এই বুলি ৰতনে ওচৰতে পৰি থকা ধুনীয়া শিলগুটি এটা আনি ক'লে—শিলটো মই ওপৰলৈ মাৰি পঠিয়াম আৰু এই নামদুটাৰ যিটো নাম ওলাই, সেই জনীয়েই মায়াবিনী হ'ব।

আৰু ই দুজনী পিছে?

ৰ। সেই দুজনীৰো প্ৰমাণ চাম। —ৰতনে শিলটো ওপৰলৈ মাৰি পঠিয়ালে।

চা—চা এই সন্ধ্যাৰাণীয়েই মায়াবিনী, দেখিছ শান্তনু।

—ঠিক আছে, এইবাৰ সৌ দুজনীৰ নাম লিখ। শান্তনুয়ে রুক্মিণী আৰু অপৰালৈ চাই ক'লে।

ৰতনে শিলাটোৰ একালে অপৰাৰ নাম আৰু ইফালে রুক্মিণীৰ নাম লিখিলে। —এইবাৰ খেলত পৰিল রুক্মিণী। দুইটাই হাত, চপৰিয়াই কৰলৈ ধৰিলে,—এইগৰাকীহে আচল মায়াবিনী।

মালতী আৰু অপৰা কোনোমতে ৰক্ষা পৰিল।

ভালেই হ'ল বুজিছ। ৰতনে কয়। —তই শ্ৰীকৃষ্ণ। এই রুক্মিণীৰ তইহে মালিক। ৰতনৰ কথাবোৰ শুনি গোটেই কেইজনী খণ্ডত জিক্ জিকাই উঠিল।

ৰ-ৰ—আজি যদত কৈ তহঁতৰ পিঠি চিঙাম।

*আই ঐ দেখি পিঠি* আমাৰহে চিঙাবা, পিছে চকুলো টুকিবা তোমালোকেই।

—ইহঁত চাচোন এই পাণ্ডৱ কথা। যোৱা, যোৱা এওঁলোকক মাৰিলে আমাৰ কান্দিবলৈ গৰজ পৰিছে।

এই তেনেকৈনো উপৰি উপৰি। কম্ম খং কৰা, ভিতৰি ভিতৰি মৰম পুঁহি। আমাৰ পিঠিৰ ছাল চিঙিলে তোমালোকেই মালিচ কৰিব লাগিব।

ইহঁত গৰজ পৰিছে।

এই বতৰ চাচোন ৰুক্মিণীৰ লগত মই মিলিচোনে—শান্তনু গৈ ৰুক্মিণীৰ কাষত থিয় হৈছিল মাথোন, ইফালে হঠাতে সন্ধ্যাই গতা মাৰি পঠিওৱাত শান্তনু গৈ ধননীৰি পৰিলগৈ, শান্তনুৱে সাঁতুৰিব জানে, যদিও নজনাৰ ভাওঁ ধৰি কন্ বকাই দেখুৱাই চিঞৰ মাৰিলে—মৰিলো ঐ বতন। মৰিলো ঐ, ৰক্ষা কৰ। ৰক্ষা কৰ মোক।

ভয়ত পানী নভবোৱাকৈয়ে গুদা কলহ কেইটা লৈ চাৰিওজনী ঘৰলৈ লৰ দিলে। চাৰিওজনী আঁৰ হোৱাত বতনে ক'লে—

আহ, শান্তনু উঠি আহ। সিহঁত আঁৰ হ'ল

শান্তনু পানীৰ পৰা উঠি আহিল।

—ঘৰলৈ গৈ কানি কাপোৰ সলাই পঢ়াত বহিল গোটেই ৰাতিটো শান্তনুৰ আক টোপনি নধৰিল। তাক পানীলৈ পঠিওৱাই দিয়াৰ খণ্ডত গোটেইটো অলি পকি মৰিছে ভিতৰি ভিতৰি।—পিছদিনা ওলাল আকৌ সেই সময়তে বালিত লিখি গৈ আহিছে—"শ্ৰীকৃষ্ণ আক ৰুক্মিণী।"

* * *

ঘৰত চেনেহী আক গঙ্গাবায়ে পুতেকহঁতক লৈ নানা আলোচনা কৰিছে। গঙ্গাবায়ে ভাৱে মাজে মাজে।—ভাওনাটো লৰা সহজ সৰল। "যি মূলা বাঢ়ে পুষ্পভীয়াতে চিহ্ন।" —গৌৰাঙ্গ যে এদিন ডাঙৰ মানুহ হ'ব সেয়া তাৰ ব্যক্তিত্বই প্ৰকাশ কৰে। সৰুটো লৰাও বেয়া নহ'ব। মাত্ৰ মাজৰটো লৰাৰ কথাহে ক'ব নোৱাৰো;—কেতিয়া কেনেকুৱা হয়।

হঠাৎ সন্দিত আহিল পা-লৈ—মেৰ মুকুন্দ, এই আলসৰ লৈয়েই

ওলাই যাচোন। পাৰিলে পুঠি খলিহনা দুটা মানকে আনগৈ। ভাওৰ কাঁহীৰ ওচৰলৈ যাবৰ মনেই নাযায়।

মুমল ওলাই গ'ল নৈ লৈ বুলি। —ভাদ মহীয়া, চাৰিওফালে পানীয়ে চপ্‌চপীয়া পথাৰ। তাৰ মাজে মাজে আকৌ কোনোবাখন পথাৰত বোৱনিয়ে কঠিয়া কই আছে, যাৰ সৰহীয়া মাটি সেইবোৰ কই শেষ হোৱাই নাই। কাৰোবাৰ এ-পুৰা কাৰোবাৰ দুপুৰা এতিয়াও বাকী আছেগৈ। —শান্তনু ওলাই গ'ল স্কুললৈ, লগতে ভায়েক অংকুৰ বোলাতো। দুষ্ট হ'লেও শান্তনু পঢ়াত গোটেইকেইটাতকৈ ভাল। স্কুলতো তাৰ নাম ভাল। চাওঁতে চাওঁতে বছৰবোৰ বাগৰি গ'ল। শান্তনু আৰু সৰু লৰা হৈ থকা নাই —এইবাৰ সি আৰু ৰতন দুয়োটাই হাইস্কুলৰ শেষাস্ত পৰীক্ষাৰ্থী। পঢ়া-শুনা ভালদৰে কৰিছে সিহঁতে।

তেতিয়া বিয়লি। বেলি পৰো পৰো। স্কুলৰ পৰা উভতি আহি জা জলপান কিবাকিবি অলপ খাই লৈ শান্তনু পঢ়াৰ টেবুলত বহি আছে।

ৰতন আহিলে আনদিনাখন অহাৰ দৰে।

দুয়োটা ফুৰিবলৈ ওলাই গ'ল। কলৈনো আৰু যাব সিহঁত হাল; সেই সিহঁতৰ পৰিচিত পলাশ জোপাৰ তললৈকে গৈছে—মন ভাল লগোৱা জুৰ মলয়া বতাহ জাক বিচাৰি। কিছুপৰ দুয়োটা তাতে মানে ধনশীৰিৰ পাৰতে বহি থাকিল।

সাজ লগাৰ সময় হ'ল। ব'ল শান্তনু সাজ লগা সময়ত এনে নিৰ্জন ঠাইত বহি থাকিব নাপায়। কিবা কিবা লাগে অ।

ৰ চোন অকনমান। মই হ'লে এনেকুৱা নিৰ্জনতাহে ভাল পাওঁ। য'ত বহিলে মনত জাগে কবিতাৰ কলি।

—ক'তা ভই আজি কিমান দিনৰ পৰাই এই নিৰ্জনতা উপভোগ কৰি আহিছ; আজিও দেখোন এটা কবিতা লিখা কথা ক'ব নোৱাৰো।

—তাৰ ওলাই কিন্তু ভাষা নোলায়। জানইতো বহুত ভাৱৰ খেলি মেলিত পৰি মানুহ ভাবাক্ৰান্ত হৈ পৰে। ঠিক মোৰো সেই একে অৱস্থা।

—পিছত এদিন আকৌ আহিম। হ'ল শান্তনু পৰীক্ষালৈতো বেছি দিন নাই, পঢ়িবগৈ লাগে।

ঘৰ পায়েই শান্তনু পঢ়াৰ টেবুলত বহিল। গঙ্গাৰামেও গধূলি পৰত গাঁৱৰ ফালে ওলাই যায়। আজিও গ'ল। পিছে লগৰ সখান ভকত সোমনাথে ধৰকৈ ধৰাত সন্ধ্যাৰ পৰা ভালেকন সময় প্ৰায় আঠ বজালৈকে তাতে বহিব লগা হ'ল। ঢেৰ কথা ওলায়। সমান সমান মানুহবোৰ গোট খালে।

ভাত খাবৰ সময় হোৱাত চেনেহীয়ে পদূলি বাটলৈ ভুমুকীয়াই আছে। গিৰিয়েক আহিলেই ভাত খাব বুলি।

শান্তনুটো পঢ়াত মগ্ন হৈ আছে। ভাতৰ কথা তাৰ মনলৈ অহাই নাই। সকটোৱে ভাতৰ বাবে হুলস্থূল লগাইছে—তাৰ উৎপাতত চেনেহী সোমাই গ'ল ভাতৰ চৰুলৈ। পীৰাখন দি তাক বহিবলৈ ক'লে, —সি আকৌ পিৰাত নবহে চাৰাখনত বহিহে ভাত খায়। যেনেকৈ ভাল পায় তেনেকৈ খা বুলি মাকে ভাতৰ কাঁহীখন আগত দিলেহি।

সৰু লৰাৰ কথা। ভাত কেইটা খাইয়েই বিচনাত পৰিলগৈ। চেনেহীয়ে এবাৰ চাই গলহি: —এনেতে গঙ্গাৰামো আহি পালেহি।

আপুনিনো এই দুপৰ ৰাতিলৈ ক'ত—ফুৰিবগৈ? ভাগাল ভাতে চেঁচা হৈ গল হ'ল আৰু সকমইনা সেয়া কান্দি কাটি দুটা মান খাই বিচনাত উঠিলগৈ।

বাক বাক বাঢ়। ভাত বাঢ়। সোনকালে খাই-কৈ শুব লাগে, ৰাতি তেনেই চুটি।

চেনেহীয়ে পানী ঘটি গিলাচ দুটাৰ সৈতে দি ঠাইকন মোহাৰি পীৰা-দুখন দি গ'ল। ভাত বাঢ়ি মজিয়াত থৈ পুতেকক মাতিছে।

খাই-বৈ সকলো বিচনাত পৰিলগৈ ৰাতিটোৰ বাবে।

শান্তনুয়ে ভাত খাই উঠি অকনমান শুইলেহে। সি জানে ভাতখাই উঠিয়েই কেতিয়াও পঢ়িব নালাগে।

মুমলে হাতত তামোল এখন কাটি লৈ শান্তনুক দি গ'ল।—শান্তনুয়ে

তামোল নাথায়, পিছে আজি আকৌ ষুমলে সেই পুৱাতে জালমাৰি পোৱা মাছৰ আঞ্জা খোৱাৰ বাবেই তামোল এখন খালে। শান্তনু শুই পৰিল। পুনৰ অভ্যাস মতে সি ৰাতি ২ বজাতহে সাৰ পাইছে। মুখ হাত ধুই সি পঢ়াত লাগিল।

ৰাতি আৰু দিনবোৰ ভাৰিব নোৱাৰাকৈ পাৰহৈ গৈছে। পৰীক্ষালৈ মাত্ৰ এটা সপ্তাহহে বাকী আছে। পৰীক্ষাৰ আগদিনা প্ৰতি বছৰে মাকে লগৰ লৰাবোৰক পায়সৰ শৰাই এখন দিয়াৰ নিয়ম আছে।— এইবাৰো শৰাই দিছে। শান্তনুয়ে লগৰ দুটামান লৰা মাতি আনিলেগৈ। পৰীক্ষা সোমবাৰৰ পৰা। অৰ্থাৎ পিছদিনা। পৰীক্ষা দিবলৈ বহুত দূৰ যাব লাগিব, গাওঁখনৰ বেছি ভাগ ল'ৰা একেখন স্কুলতে পৰীক্ষা দিবলৈ যাবৰ বাবে ওলাল। লগতে শান্তনু আৰু ৰতন ছুয়োটাই ওলাই গ'ল। --এতিয়া ঘৰখন তেনেই নিজান হৈ পৰিল। গঙ্গাৰামেও অংকুৰক লৈ টাউনৰ কোনোবা এজন ডাক্তৰৰ ওচৰলৈকে গৈছে। ৰাতিটো দাঁতৰ বিষত চিঞৰ বাখৰ লগাই আছে। পুৱাতেই ওলাই নগলে গাঁৱৰ কথা, মটৰ গাড়ী পাবলৈ টান। —ইচুক-সিচুক ভাৱিয়েই চেনেহীও ওলাই গ'ল সোমনাথৰ ঘৈনীয়েকৰ তাঁতখন চাবলৈ বুলিয়েই। আশীসূতাৰ দীঘ দি মুগা সূতাৰ বুটা বাছি বোৱা চাদৰ কেইখন দেখি চেনেহীয়ে দু-মাকো নমৰাকৈ বা আছে কেনেকৈ। তাঁত-খনতে লাগি কথা পাতি পাতি চাহ তামোল খাই থাকোঁতেই সময়বোৰ কেনি গ'ল ক'বকে নোৱাৰে।

গঙ্গাৰাম টাউনৰ পৰা ঘুৰি আহি বন্ধ দুৱাৰ পাই মনে মনে খঙতে টিঙিবালি দিছে। কিন্তু কৰিবই বা কি। মাজুহজনীয়ে এদিনো ওলাই যাবলৈ সময় অকন নাপায়, আজি অকলমান ওলাই গৈছে বুলি ভাৱি গুণি মনৰ খং মনতে দমাই ৰাখি চোতালতে চকীখনত বহি থাকিল। —পিছকালে চাহখোৱা ৰাতি্ৰ ধুৰলৈ আহি সোমনাথৰ ঘৈনীয়েকে দেখি চেনেহীক কলেগৈ—গিৰিয়েৰ অহা কথা শুনি একেচাৱেই মাজুহজনী উঠিল।

—আছি পায়েই ছুৱাবখন খুলি জোহালতে চাহটোপাৰ ভলত জুঁই কুৰা দিলেগৈ।

বাপেকৰ কোলাত শুই থকা অংকুৰক মৰম কৰি নি বিচনাত শুৱাই দিলেগৈ। সক ল'ৰা, তাতে দাঁত সকলোই আছিছে। বিষে, অভিমানে কোনে পাই আক। তাতে আকৌ মাকৰ গা-ৰ উম।

—অ, ডাঙৰ মইনাৰ মাক—এই বোলো মাজু মইনা আছি পালেছিয়েই। তাকো দে চাহ এটোপা।

পৰীক্ষা কেনেকুৱা কৰিলি ?

তেৰ নম্বৰ কৰিবলৈ থাকিল দেউতা। সময়ে নুকুলাই। বাকীখিনি কৰিলো। ভাল হৈছে।

বাক যা হাতমুখ ধুই লগৈ। মাৰে কিবা-কিবি এটা দিছে হ'ৰ পাই খা গৈ যা।

দেউতা ?

ও।

আজি দেখিছো দুবৰি কলেজত পঢ়া লৰাবোৰ বিচনা পত্ৰ বন্ধি থবলৈ আছিছে। আমাৰ ককাইদেৱো গুলাবছি পাবে হয়তো।

ওঁ—আহিব লাগে সিয়ো। সাজ লগা সময়লৈকে বাট চাচোন। মুমলক ক। ডাঙৰ মইনা আহিবও পাৰে—ইমান দিনৰ মুৰত। তাৰে সৈতে এসাজ খায়ো ভাল লাগিব। গুদাভাণ্ডকেইটানো আক কি খায়। তাক নৈ নৈকে বাবলৈ ক।

বহুত বেলি গ'ল ; সন্ধ্যা—চেনেহীয়ে লেম-চাকি কেইটা মোহাৰি সামৰি জ্বলাবলৈ ভিতৰ সোমাবলৈ লওঁতেই পদূচুলি মুখতে বিন্নাা এখন বলছি হঠাতে,—ছুজন লৰা নামি আহিল বিন্নাৰ পৰা। চিকৃমিকিয়া সময়।

—হেবো ডাঙৰ মইনা পালেছি ঔ, কোন ক'ত আছ। পুতেকক দেখি আনন্দতে পজাবামে কৰ নোৱাৰাকৈয়ে মাতটো ডাঙৰ হৈ গুলাল।

গিৰিয়েকৰ কথা শুনি যৰে বস্তু তলে এৰি চেনেহী দৌৰি ওলাই আহিল। পুতে'কক ভৰিৰ পৰা মূৰলৈকে এবাৰ চালে।—

সোন,—তই ইমান কলা পৰিলি, ক্ষিণালিও দেখোন, কি হৈছিল?—আৱেগত ক'ব নোৱাৰা হৈ চোতালতে উপৰা উপৰি প্ৰশ্ন।

হেৰৌ, এই আলহী লৰাটো আহিছে নহয়, পুতেৰক লাহে ধীৰে মৰম কৰিবি। ভিতৰত সুধিলে নহয়জানো হেঁ। এতিয়া লৰা হালক বহিবলৈ দেচোন।

যোৱা মইনা, ভিতৰকৈকে যোৱা। পৰাণজীতৰ কালে চাই গঙ্গাৰামে ক'লে।

অংকুৰক হাতত ধৰি গৌৰাঙ্গ সোমাই গ'ল ভিতৰলৈ। —আহ পৰাণ।

গৌৰাঙ্গৰ পিছে পিছে পৰাণ আগ বাঢ়িল।

পৰাণৰ ভাল লাগিল গাঁৱৰ এই মুকলি-মুৰীয়া পৰিবেশ। মাতৃহ-বোৰৰো মৰম স্নেহ বেছি,—কিমান মৰমেৰে তাক গৌৰাঙ্গৰ দেউতাকে বহিবলৈ কৈছে।

অ—মা, মা, ই কেনি গ'ল? ইয়াৰ জানু পৰীক্ষা নাই?

সি নৈলে গৈছে। তই আহিবি বুলি জানিয়েই সি মাছ মাৰিবলৈ গ'ল।

দদাইদেউ ডাঙৰ মইনা আহিলে বুলি মই কনৰাপুৰ মুখে গম পাই সোনকালে গুচি আহিলোঁ। সুমলে ক'লে।

ককায়েক অহা বুলি জানি ভয়তে শান্তনুও পিছচোতালেদি সোমাই আহিল। —হাতৰ জাল হাততেলৈ সুমলো ভিতৰ পালেহি।

ডাঙৰ মইনা আহিলা? সুমলে মাত লগালে।

অ. এয়া দেখোন চিনি পোৱাই নাই। —এয়া ককাইদেউৰ বন্ধু—শান্তনুৱে ক'লে।

বহা দেই বুলি কৈ সুমল ভিতৰত সোমাল। হালোৱা হ'লেও সুমলক কোনেও ক'ব নোৱাৰে ঘৰৰ লগুৱা বুলি।

শান্তনু চিনাকি হ'ল পৰাণজীৱৰ লৈতে। বান্ধনী থৰক বহি পৰাণহঁতে চাহ খোৱাত লাগিল।

মা—ই মোৰ বন্ধু। যাবৰ দিন ইঙে সেই মই মোক্তা ভৰাটোতে—গৈছিল।

থিয় হৈ পৰণে নমস্কাৰ দিলে।

—কেনেকুৱা লাগছে ইয়াত থাকি? খোৱাৰ মাজতে গোৰাজই পৰাণক সুধিলে।

কেনেকৈ কম এতিয়াই। তথাপি বেয়া লগা নাই এতিয়ালৈকে। ভাল লাগছে।

ইয়াত চাবলগীয়া একো নাই বুজিছ

চাবওকালে পথাৰ, লৈ হাৰ—জঙ্গল বিৰণানি মাথোন। —অৱশ্যে ইয়াত বিশুদ্ধ বতাহ আছে। নৈৰ পাৰৰ বিৰণালিৰ মাজৰ বতাহজাক বৰ উপকাৰী তাত কি পাৰি—বতাহ বায়ুৰ কথা বাদ দে। হোষ্টেলৰ ভাং শাক বোবো ভাল নহয়। ঘৰং খোৱাৰ দৰে ক'ত পাব। দানা মাত্ৰ।

মা, আজি ইয়াৎ লৈ পাবলৈ লৈ গ'লো জানা—ই বৰ ভাল পাইছে।

হয় নেকি মইনা। আহিবা। বন্ধ পালে আমাৰ ইয়াৰ লগত নহাকৈ নাথাকিবা —ঘৰং কেইদিন থাকিবাগৈ?

নহয় মা, আমি ঘৰত সোমাইছে আহিছো।

ওঁ ভাল কাবলা। নহ'লে তোমাৰ মায়ে⋯ ⋯.

মাংকৈও তাঁদিজনীয়ে বেছ দুঃখ কৰে। ঘৰত তিনিদিন থাকিলো। বন্ধও বেছি দিন নাপাওঁ বৰ দিগদাৰ।

ইমান সোনকালে ল'বাহাল বাব বুলি ভাবি চেনেহীৰ মনটো সেমেকি প'ল। প্ৰত্যেক মাতৃহিয়াবোৰ এনেকুৱাই হয়; পেটে পেটে শিবিয়েকলৈ থকো উঠিল।—ইমান দূৰৈলৈ বাক লৰাটোক পঢ়িবলৈ পঠিয়াব লাগেনে।

পিছদিনা শান্তনু ওলাল পৰীক্ষালৈ। এটা এটাকৈ পৰীক্ষাবোৰ শেষ হৈ আছিল। গৌৰাঙ্গ আৰু পৰাণজীত গ'লগৈ গোৰখ্‌পুৰ কলেজ ছাত্ৰাবাসলৈ। পৰীক্ষাৰ ব্যস্ততাৰ মাজত শান্তনুয়ে পাহৰি আছিল। এতিয়া পৰীক্ষা শেষ হোৱাত একো কাম-বন নাই। ঘৰখনত অকলে অকলে বেয়া লাগিছে।—মুমলৰ লগতেনো আৰু কিমান থাকিব—মাৰু বাপেকৰো আলোচনা, তাকো গোৰখ্‌-পুৰলৈকে পঢ়িবলৈ পঠিয়াব। অন্ততঃ গৌৰাঙ্গই মাজে মাজে চকু কান দিব পাৰিব। কিন্তু কি হ'ব?—বিপৰীত প্ৰকৃতি মনৰ শান্তনুয়ে গোৰখপুৰত নপঢ়ো বুলি ভীষণ প্ৰতিবাদ কৰিলে।—আৰু সি ইয়াকো শুনাই দিলে যে—তাৰ ইচ্ছাৰ বিৰুদ্ধে যাব লগা হ'লে সি হেনো নপঢ়েই।

—পৰীক্ষাৰ ফলাফল ওলালে। বিজ্ঞান আৰু গণিত বিষয়ত লেটাৰ লৈ প্ৰথম শ্ৰেণীৰ অধিকাৰী হল শান্তনু। ফুটি-ফাটি গল গোটেই অঞ্চলটোত। ইফালে ৰতনৰ মনত দুঃখ— সি গণিতত্তহে লেটাৰ পালে। তাৰ মতে বিজ্ঞানতো পাব লাগিছিল। নাপালে। ৰতনৰ বাবে শান্তনুৰো অলপ বেয়া লাগিছিল।

এইবাৰ ঘৰখন আৰু বেছি উকঙা উকঙা লাগিব। ৰতন, শান্তনু দুয়োটা কটন কলেজত পঢ়াৰ কথা আছিল যদিও ৰতনৰ যোৱাটো নহ'ব। কিয়নো সি নাম ভৰ্ত্তি কৰিলেগৈ জয়সাগৰ কলেজত।—শান্তনুৰ নাম ভৰ্ত্তি কৰা হৈ গ'ল কটন কলেজত। যিখন কলেজে আজিয়ো সকলোকে মনত পেলাই আছে ভাষা আন্দোলনত অমৰত্ব লাভ কৰা বীৰপুৰুষ শহীদ ৺ৰঞ্জিত বৰ পূজাৰীক। সেইখন কলেজতে পঢ়িব শান্তনু মেধী।—২৫ তাৰিখে সি যাবগৈ ছাত্ৰাবাসলৈ। আৰু তাৰ পিছদিনাই ৰতন যাব জয়সাগৰ ছাত্ৰাবাসলৈ।

—দুয়ো বন্ধুৰ মাজলৈ নামি আহিছিল নিৰৱতা, মৌনতা। তথাপি সিহঁতে হাঁহিবলৈ পাহৰি যোৱা নাছিল। বিশ্বাস আছিল সিহঁতৰ— দেখা-দেখি হ'ব আকৌ।

গাৱঁত ভাওনা সবাহ চলিছে যেন উজাই-মালৈহে। শান্তনুহঁতৰ ঘৰতে বহুতনে ভাত খালে। ছুয়োটাই যাব ভাওনা চাবলৈ।

আজিয়েই শেষ বহুন। গতিকে আজি এটা কাম কৰিব লাগিব।

কি কাম ?

সেই মায়াবিনীয়ে মোক যে গতিয়াই নৈত পেলাইছিল, আজি তাৰ মজা দিব লাগিব।

বাদ, দে, যোৱা কথা গ'ল। এতিয়া আৰু সেইবোৰ এৰ বুজিছ। তই কি ক'ৰ কৰিবি ভাই ? মই হ'লে এতিয়ালৈ সেইবোৰ ধৰি থকা নাই। বাটে বাটে কথা পাতি পাতি ছুয়োটা ভাওনা পালেগৈ। ভাওনাৰ বচন মাতিছে। নাটখনৰ নামটো হ'ল—"কৰিণী হৰণ।"

ঐ···শ্ৰীকৃষ্ণ ইয়াতে আছে। আজি সঁচাকৈ কৰিনী হৰণ হৈ যাব পাৰে চাবি। সাৱধান। —চেঙেলীয়া লৰাজাকৰ মাজৰ পৰা সুহুৰি, উকিয়ে তাল্-ফাল্ লগালে। ছুটা মানে হাতভালি দিলে। মালতী সন্ধ্যাহঁতৰ মাজতো গুণ্-গুণনি উঠিল। এফালে ছোৱালীৰ জাক আনফালে ল'ৰাৰ জাক। পোনে পোনে বহি ললে।

ছুই এটা কাগজৰ মুৰা, সৰু সৰু শিল গুটি ইফালৰ পৰা সিফালৰ দলটোলৈ আহি পৰিছে, কেতিয়াবা একোটাইত গুটি, কাগজৰ মুৰা গৈ বুঢ়া বুঢ়ী ছুজন মানৰ গাতো পৰিছেগৈ।

কোন ঐ মৰাহঁত, বলিয়া হলিইত নেকি ?

আকৌ লৰামখাৰ হাঁহি খিকিন্দালি। কৰিণী মালতীহঁত বহাৰ ঠাইৰ পৰা ওলাইছে বাহিৰলৈ, শান্তনুৰ চকুত সাৰি যাব পৰা নাই। উঠ বহুন যাওঁগৈ বল। আইতাহঁতে আমাক বেয়া পাইছে, আমি বহি থকা দেখি, বল যাওঁ। পোনে পোনে তালেমান বাট গৈ শান্তনু আৰু বহুন আহত জোপাৰ তললৈদিয়েই নৌকালৰ কেঁকুৰীটো পাৰ হৈ লগ লাগিলগৈ। মালতীহঁতৰ ওচৰ পালেহি সিইঁতহাল।

কিহে ৰুক্মিণী, তোমালোক গোটেই কেইজনী হ'ব পায় আমি উঠি অহা দেখিয়েই উঠি আহিলা ?

শান্তনুৰ মাত শুনাৰ লগে লগে আটাই কেইজনীৰ মুখৰ কথা হৰিল, খোজ দিবলৈকে পাহৰিলে, ভয়ত মুখ শেঁতা পৰিল।

কোৱা আকৌ—বেচেৰাটো শনিবাৰে হোষ্টেললৈ যাবগৈ দেখোন। ইমানদিনে আৰু এনেকুৱা কৰি থাকিব নাপায় দেই। কিবা ক'ব লগীয়া আছে নিশ্চয় ; কৈ দিয়া মই বাৰু আঁতৰি আহিছোঁ।

ৰতনৰ কথা শুনি ৰুক্মিণীয়ে মাত দিলে—

তোমালোকে এইবোৰ কি কৰিছা, পাগল হৈছা নেকি ? —

পাগল নাই হোৱা মায়াবিনী। এতিয়ালৈকে পাগল হোৱা নাই, হ'ম, যদিহে তুমি নামাতা।

সিহঁত কেইজনী যাব নোৱাৰাকৈ শান্তনুয়ে আগভেটা দি ধৰিছে। কোনোৱাই গ'ল খেফাৰি মাৰি সিহঁত বৈ থকাৰ ফালেই আহিছে।

ঐ শান্তনু পলা পলা, মৰিবি নহ'লে এতিয়া—হালেই লৰ ধৰিলে। হাবিয়ে বননিয়ে পৰি-ধৰি কোনোমতে ঘৰ পালেগৈ, ৰতনো শান্তনু-হঁতৰ ঘৰতে ৰ'ল।

ৰতন, শুবি নেকি ?

তই শুলে মই কিবা বহি থাকিম নেকি ?

বহ তেন্তে বিচনাখন জোকাৰি লওঁ। ছুতুঁৰ ছুতুঁৰ কৈ সি বিচনাখন জোকাৰিবলৈ ধৰিল।

ছুয়োটা শুই পৰিল, ওপৰমুৱাকৈ শান্তনুয়ে কি ভাৱিছে ৰতনৰ সুধিবৰ মন গ'ল।

কচোন—তই কি হ'ম বুলি ভাৱি পাচিবলৈ ওলাইছ ?—ৰতনে সুধিলে।

এতিয়াই কেনেকৈ কওঁ বাৰু। তয়ে ক, পিছত চব কম মোৰবোৰ,

এভিয়া তোৰ কথাবোৰকে ক'বাক—ৰঞ্জনৰ কাণে মুখখন দুৱাই গুলে শান্তনুৱে।

বুইচ—মোৰ কিয় জানো খুউব ভাল লাগে, সেয়ে ভাবিছোঁ পাৰিলে আগলৈ Geology পঢ়িম বুলি।

বা: Geology পঢ়িবি, পঢ় ভাই পঢ়। মোৰ শুভেচ্ছা সদায় আছে তোৰ বাবে। তুই সন্ধু বৰ নলে গলে লগা ' সদায় একেলগেই ফুৰে। থাকে। খায়।

ভাওনা—সবাহু পাৰ হৈ গ'ল।

শান্তনু যাব লাগে ১৫ তাৰিখে। ছাত্ৰাবাসলৈ আৰু ২৬ তাৰিখে ৰঞ্জন যাবগৈ জয়সাগৰ ছাত্ৰাবাসলৈ। দুয়ো যাব নিজ নিজ উদ্দেশ্যৰে, পোহৰৰ বাগিনা বিচাৰি, ভাল লগা মানুহভাৱে নিজক গঢ়িবলৈ।

আচন্তৰা ছাত্ৰাবাসত কেনেকুৱা বা লাগিব! ইটোৱে সিটোক এবা এৰি হোৱাৰ বিভিন্ন ভাৱৰ খেলি মেলিত পৰি পাঁকোতেই কেতিয়াবাই সিহঁতে নিদ্ৰা দেবীৰ কোলাত আশ্ৰয় ললে।

নিশাটো হেনেই চুটি, পুৱা ৭ মান বজাতহে সাৰ পালে ৰঞ্জনে। শান্তনুকে জগাই দিলে মুখখন ধুই ৰঞ্জন আকৌ শান্তনুৰ কমলৈকে সোমাই আহিল, চকুৰ আগত আলোচনীখন মেলি লৈ বহি থাকিল ৰঞ্জন।

মা, সোনকালে চাহ দিয়া। মই ৰঞ্জনহঁতৰ ঘৰলৈ যাম। ব্ৰাছ কৰি চৰি চোতালৰ ইমূৰৰ পৰা সিমূৰলৈ অহা যোৱা কৰি থাকি শান্তনুৱে মাকক চিঞৰি ক'লে।

পুখুৰীৰ পাৰত চেনেহীয়ে গা ধুই আছিল।—তিতা চিয়ঁ নিবেই তভৰ সোমালহি।—তোৰ দেখোন মুখ ধুই হোৱাই নাই। আকৌ নাহৰ কাৰণে চিঞৰ ধৰিছ।

মুখ ধুই গামোচাখনকে সি বিচাৰিছে। মাপালে।

মা—গামোচাখন ক'ত থলা বাৰু?

এ ভতঁতৰ আৰু বোপাই কিমান নো আলপৈচান ধৰিব লাগে অ'।—নিজৰ নিজৰ বস্তু ভালকৈ নথয় কিয়।—চাচোন সৈইতাৰৰ বিচনাৰ ৰৰ শিতানতেই আছে নে আলনা তালতে আছে।

ৰুতন আহচোন, চাহ দিছোঁ। তাকো ক।

ব'ল শান্তনু চাহ খাওঁগৈ।

ব'ল।

গামোচাখনো বিচাৰি নাপালোঁ। চাহ খাবলৈ আহি থাকোতে শান্তনুৱে কৈ আহিল।

মই এতিয়া যাওঁ। গধূলিকৈ আহিম বুলি কৈ ৰতন বহাৰ পৰা থিয় হ'ল।

মযো তইঁতৰ ঘৰলৈ গৈ আছোঁ। আমাৰ ইস্ত্ৰিটোৰে কাপোৰ প্ৰেচ কৰিবই নোৱাৰি। তই গৈ ইস্ত্ৰিটো গৰম কৰিবি চোন দেই। মই মোৰ কাপোৰ কেইটা নিছোঁ।

ৰতন ঘৰলৈ গ'ল।

বহাৰ পৰা উঠি শান্তনুৱে বাৰীৰ পিছ ফালে খেৰণিত গৰুহালক এবাল দিলেগৈ। ঘুমলেনো কিমান কৰিব বুলি ভাবি সি নিজেই তামোল বাৰীখন চকা কৰিলে। ইটো সিটো কৰি থাকোঁতেই ন বাজিল।

লুঙীখন আৰু গেঞ্জিটো পিন্ধিয়েই সি কান্ধতে পেণ্ট চাৰ্ট কেইটা পেলাই লৈ গৈ থাকিল।

মাজু মইনা তই হ'ব পায় গুৱাহাটীত পঢ়িবলৈ ওলাইছ?

অ' জেঠু। তাতেই পঢ়িম।

যা যা বোপাই ভাল কথা। আমি শুনি আনন্দ পাওঁ। তইঁতি আমাৰেই ল'ৰা। তইঁত ডাঙৰ মানুহ হ'লেই আমি সৰগ পাওঁ।

পিছে, তইনো কেতিয়া যাবি?

কাইলৈ যাম।

কিহত যাবি?

ট্ৰেইনত যাম—

চাবি আকৌ বোপাই ৰেলত আকৌ সেইবোৰ কিবা পকেট মৰা নে চকেট মৰা ওলাই বুলি শুনিছোঁ। পইচা পাতি ভালদৰে নিবি। টাউনিয়া ঠাইলৈ যাবি। অলপ গা বচাই ফুৰিবি বোপাই।

বাক। জেঠু যাওঁ। কাপোৰ কেইটা ইষ্ট্ৰি কৰি আনোগৈ।

কাপোৰ ইষ্ট্ৰি কৰগৈ নেকি? ক'ত কৰিছিলো?

ৰতন হুতঁৰ ঘৰত।

যা যা চহৰলৈ ওলাইছ। অলপ ফিত্-ফাত হ'বই লাগিব।

দণ্ডি জেঠুৰ কথাবোৰ শুনি শান্তনুৰ অলপ হাঁহিও উঠিল। টাউনিয়া ঠাই, চহৰ, ফিত্-ফাত আদি শব্দবোৰ তাৰ মনত পৰি থাকিল।—সেইবোৰ ভাবি ভাবিয়েই গৈ থাকোঁতে কেতিয়াযে ৰতনহুঁতৰ ঘৰ পালেগৈ ক'বই নোৱাৰিলে।

ইমান দেৰি কৰিলি যে? ৰতনৰ মাতত্হে শান্তনুৰ খবৰ হ'ল যে সি ৰতনহুতঁৰ চোতাল পালেহি।

দেৰি হ'ল। কেৰকনৰ হোলাটোৰ ওচৰতে জেঠুদেউক লগ পালো (দণ্ডিধৰ বাইজৰ জেঠু। সকলোৱে জেঠু বুলিয়েই মাতে)। নামাতিলেও নহয়। মাতিলেও বিপদ। জানইতো, এতিয়া যদি নমতাকৈ কেনেবাকৈ পাৰহৈ আহ কথাই নাই। চিধা ওলাই পৰিব—অমুকাৰ পুতেকে মেট্ৰিক পাছ কৰিলে নহয়। আমাৰ নিচিনাবোৰক ক'ত মাতিব।—ইফালে তোৰ হাতত কিমান সময় আছে সেইবোৰ নাভাৱে। কথা পাতিবলৈ পালে আৰু আগৰ পৰা শুৰিলেকে।

ক'ত জানো ইমানবোৰ কথা পাতিবলৈ শক্তি গোটাই এই বুঢ়া সোপাই ক'ব নোৱাৰোঁ।

বাইদেউ ইয়াক কম্বলখন দেচোন, ই কাপোৰ ইষ্ট্ৰি কৰে।

বায়েকে টেবুলখন ঠিক কৰি দিলে।

—তুমি কাইলৈ যাবা নহয়?

ওঁ বাইদেউ। কাইলৈ যাম। পঁচিশ তাৰিখৰ পৰা ল'ৰাবোৰ হোষ্টেললৈ আহিব। সেয়ে সোনকালে যামগৈ। ভাবিছিলোঁ ইয়াৰ লৈগে একেলগে পঢ়িম। ক'ডনো আৰু ভবাটো হ'ব।

এৰা পাই কাইলৈ তুমি যাবা। পৰহিলৈ আমাৰ ইয়ো যাবগৈ।

বেয়া লাগিব। এনেয়ে তুমিয়ো ইয়াৰ ওচৰলৈ আহি থাকা। এতিয়া আৰু কতনো বেগেতে লগ হ'বা।

ইষ্ট্ৰি কৰা, মই গৰম কৰি দিছোঁ। শান্তনুৰ হাতত ইষ্ট্ৰিটো দি ৰতনৰ বায়েক পাকঘৰলৈ সোমাই গ'ল। হাতত চাহ লৈ ওলাই আহিল ; লগতে বৰা চাউলৰ জলপান।—

ই বাইদেউ, মই বৰা চাউলৰ জলপান নাখাওঁ নহয়। লৈ যাওঁক এইবোৰ। মোক চাহ একাপ দিলেই হ'ব।

তাক কল দুটা মানকে দে বাইদেউ। সি কল খাই ভাল পায়— ক'ৰবাৰ পৰা ৰতনে মাতদি ক'লে।

বাঃ বাইদেউৰ দেখিছোঁ বৰ মৰম। ইমান সোপা কল খাবলৈ দি একেদিনাই শকত কৰি পঠিয়াব বিচাৰিছে নেকি। হোষ্টেলত গোটেই সোপাই ভয় খাই নপলালেহে ৰক্ষা। হঁাহি হঁাহি শান্তনুয়ে ক'লে।

খোৱাচোন খোৱা। কল খালেই শকত নোহোৱা আকৌ বা কেতিয়াকৈ দিম এইদৰে। --কেলৈ ইয়াত দিব। আৰু যেতিয়া ভিনদেউৰ ঘৰলৈ যাব তেতিয়াও···।

ধেৎ বদ্‌মাচটোৰ কথা শুনচোন।

হেৰৌ বোপাই, বায়েৰলৈ দেখোন ভাল ভিনিহিয়েৰ এটা আজিও অহা নাই, তই'তি ক'ল খাবলৈ।—পাকঘৰৰ পৰাই ৰতনৰ মাকে মাত লগালে।

অ' মা, তোমাৰ ৰেকৰ্ডখন বন্ধ কৰা। ভাত ইয়ালৈয়ো ৰান্ধিবা। ই ইয়াতে খাব।

হ'লনে শান্তনু ইষ্ট্ৰি কৰি? সোনকালে কৰ। নৈত গাটো ধুই আহোঁ গৈ। —শান্তনুয়ে পেণ্ট্ চাৰ্ট কেইটা পালেঙতে ওলোমাই থৈ ভিতৰ পালেগৈ।

জিয়ক বাইদেউ গামোছা এখন।

গামোছা এখন বায়েকে শান্তনুৰ হাতত দিলেহি।

অ' মা, আমি গা ধুই আহোঁগৈ দেই।

ৰতন শান্তনু গৈ ধনশিৰিৰ কা.. পালেহি। ৰতনে কাপোৰ সলোৱাই নাই।

গা নোধোৱ জানো?

গা ধুম বহ, বৰ ভাল লাগিছে অ'বালিত বহি। আৰু ক'ত পাম এই ধনশিৰিৰ পাৰত উপভোগ কৰা আনন্দখিনি; অকনমান বহি লওঁ। তই ধু-চোন বাৰু।

ৰতনে পানীত সাঁতুৰি আছে। বালিত বহি বহি শান্তনুৱে ক'বলৈ ধৰিছে—বুইছ ৰতন কলেজলৈ গৈ মোৰ অলপো মন নবহিব। ইয়ালৈ যে কিমান মনত পৰি থাকিব।

সঁচাকৈ ভাই। মোৰো মনত পৰি থাকিব। পাৰলৈ উঠি আহি ৰতনে গা-টো ঘঁহি ঘঁহি ক'বলৈ ধৰিলে।— ধনশিৰিৰ পাৰতে শৈশৱৰ দিনকেইটা হেৰাই গ'ল! ৰতন শান্তনুৰ ল'ৰালিকালৰ স্মৃতি ধনশিৰিৰ বুকুত আছে, ঝাউ বনবোৰত লাগি আছে। ইয়াৰ স্মৃতি সচাঁকৈয়ে বৰ মধুৰ আৰু বিৰহ। আকৌ সেই কেইজনীৰ লগত কৰা উম্মদ্দালাবোৰ মাজে মাজে মনলৈ আহি থাকে। তাৰ সাক্ষী সেই পলাশ জোপা।

ক'ত যে এৰিব লাগব ক'ব পৰা নাই। পাৰতে বহুত পৰ দুইটাই কথা পাতি বহি থাকিল।

হেৰৌ, এইহাল ৰতন আৰু মাজু নইনা নহয় জানো? মগনা কাইৰ মাতত্ৰহে দুইটাই সম্বিত ঘুৰাই পালে। কিমান সময় সিহঁত সেইদৰে বহি থাকিল খবৰ নাই।

অঁ মগনা কাই আমিয়েই।

তহঁতি ইয়াত কি কৰিছ? ঘৰত মাৰে উত্পাত লগাইছে। বোলে ভাত খাবৰ হ'ল। এই ভৰ দুপৰীয়া তঁহতি বাৰু এই বিৰিণানিৰ মাজত কি মুৰটো কৰিছ।

নহয় অ' মগনা কাই, কাইলৈৰ পৰা আৰু আমি দুইটাই এৰা এৰি হম। সেয়ে আজ অকনমান নিজানত বহি কথাকেইটামান পাতিছেঁ।।

এঁহ থ থ বোপাই, তহঁতৰ এই কেঁচুৱা কালতে কিনো বৰ বৰ কথা কেইটা আছে অ'। ক'তো ঠাই নেপাই একেবাৰে নৈৰ পাৰতহে ঠাই বিচাৰি পালিছি।

শান্তনুৱে খৰ্ খৰকৈ পানীত জাপ দিলে। গা-পা ধুই দুইটা ঘৰ পালেহি। ইফালে ৰতনৰ মাকে ভাত খোৱাই নাই। পুতেকে ভাত নাখালে। মাকৰ মনহে কেনেকৈনো ভাত গাল আগত লয়!

হেৰ ল'ৰাহঁত হাতী গা ধুইছিলি নেকি ?—দেখিয়েই ৰতনৰ মাকে ক'লে।—সিহঁতক দেখি বায়েকে মজিয়াখনত পানী অকণ চতিয়াই ঠাই কণ মচি দিলে। ঘটি এটাত পানী এঘটিৰে সৈতে দুটা গিলাচো দিলে। পীৰা দুখন পাৰি দিলে।

দুয়োটা বহিল।

মাকে ওখোৱা চাউলৰ ভাত লগতে মধুসোলেঙ দি ৰন্ধা পাভ মাছৰ টেঙা আঞ্জা আৰু ঢেকীয়া শাকৰ ভাজিৰে সৈতে কাঁহী দুখন ভৰাই ভৰাই আনি আগত দি গ'লহি।

দুইটাই গো-গ্ৰাসে খাবলৈ লাগিল। বায়েকে পদিনাৰ চাত্‌নি অকণ অকণও দিলেহি।

কি বাইদেউ আশীৰ্বাদ দিবলৈকে মনে মনে চাত্‌নি নেকি—দুষ্ট শান্তনুৱে ফুচুক কৈ ক'লে।

বদমাচ, আগতে ভাত খা, চুপতি পিছত কৰিবি।

খাইছোঁ। যাম ৰ'বা আপদ পাব নালাগে বাইদেউ।

চুপতি পিছত মাৰিবি বোপাই। ভাত খা—ৰতনৰ মাকেও ৰান্ধনী-ঘৰৰ পৰাই ক'লে।

হেৰি নহয় শান্তনু,—তোৰ কিতাপ পত্ৰবোৰ ঠিক-ঠাক কৰিলি নে নাই ? ভাতৰ পাতত বহি থাকোতেই ৰতনে সুধিলে।

কিতাপ নো কি আছে; দাদাই কৈ যোৱা কেইজনমান লেখকৰ দুখন মানহে ইয়াত পালোঁ। হ'ব বুইছ। বেছি বস্তু নাই। এবস্তাতে চব সামৰিম। বাকীবোৰ তাতে বিচাৰিব লাগিব। ৰতনহঁতৰ ঘৰতে ভাত-পানী খাই শান্তনু শুই থাকিল। আবেলিহে সি ঘৰলৈ

আছিছে। কাপোৰৰ টোপোলাতো হাতভে জোকাৰি জোকাৰি শাস্তনু ঘৰমুৱা হ'ল।

তিনি

ঐ মগনা আছনে নাই ?

এহ নেথাকিনো ক'লৈ যাবি। এয়া কাইলৈ নৈত ভালে কেইটা যাব জাল পেলাবলৈ ' ময়ো যাম, তাকেহে বোলো জালখন নিগনিয়ে কুটিলে। ভালকৈ বান্ধ ছুটামান দিছোঁ। সুমলে থিয় হৈয়েই রুক্মিণী-হঁতৰ হালোৱা মগনা কাইৰ লগত কথা পাতিছে। বহচোন সুমল বহ। ভোখৰী পিৰা টুকুৰ' মগনা কায়ে সুমললৈ ঠেলা মাৰি দিলে। পীৰা খনতে বহি দুইটিয়ে নানা বাবে ভচহু কথা পাতি আছিল।

ঐ মগনা ঘৰখনত আলহী এজন আহিছে তামোল এখন দি সুধিবলৈকো পান এডোখৰ নাই। যা পান ছুখিলামান আনগৈ। পেহীয়েকে কৈ গ'লহি।

রুক্মিণীৰ পেহীয়েক এজনী ঘৰতে ঘৰ বুঢ়ী হৈ থাকিল। বিয়া দিব পৰা নহ'ল। বহু দেৰিলৈকে মগনাই সুমলৰ লগত বহি থকা দেখি পেহীয়ে ওলাই আহি এইবাৰ খঙেৰেই ক'লে।

ঐ ভুত, পাণ ছুখিলামান আনিবলৈ তোক বাক কেতিয়াবাই ক'লো হঁ। একেবাৰে বৰ চাহাবৰ বেটাটো হলি। কথালৈ কাটিকে নকৰ। আক তই সুমল। তোৰনো আকৌ কি হ'ল। এই সময়তনো মানুহ ফুৰিবলৈ আহেনে—হঁ ?

সুমলক তেনেকৈ কোৱাত মগনাই বৰ দুখ পালে। পাণ পাবিবলৈ তাৰ লগতে সুমলকো লৈ গ'ল। পাণনি যাবীলৈ সোমাই তালেকণ বাট যাব লাগে। বাটত বুঢ়ী পেহীক গালি পাৰি পাৰি কৈ

গ'ল—বুঢ়া, ভালেতিহে তই ঘৰতে গেলিগি। তোৰ নিচিনা জনীয়ে যি ঘৰলৈ যাবি খিয়ৈ খিয়ৈ ঘৰ ভাঙিবি। কপাল ভাল তই ঘৰবুঢ়াহলি।

কি হ'ল অ মগনা কাই ? এইজনী কেলৈনো বিয়া হৈ নগ'ল অ ?

নিলেহে যাব। কোনে নিবনো এইক। গাভৰু কালত যিহে হেনো এইৰ মুখ কি কবি। এবাৰ নে দুবাৰ ক'ৰবাৰ ক'ৰবাৰ দুঘৰ মান আহিছিল। পিছে কি হ'ব, তাইৰ মুখ দেখি মানুহে ভয় খায়। কাৰোবাৰ আকৌ বিয়া পাতিবলৈ মন থাকিলেও মিছা। জানইতো অসমীয়াৰ কু চৰিত্ৰ, তলে তলে ভঙাই পেলাই বিয়া। আজি কেইদিন মানৰ আগতে নবৌয়েকৰ লগত যিখনহে লাগিলে ঐ কি শুনিবি। মুখ যে মুখ, এইখন জুই দিলেও নোপোৰে। মগনাই পাণ পাৰিছে, সুমলে বুটলিছে। ঘৰৰ পৰা আকৌ এটা চিঞৰ আহিল। লৰালৰিকৈ পাণ লৈ ঘৰ পালেহি। সুমলো গুচি আহিল।

গৰু কেইটা আহিলেনে নাই অ' মগনা ?

অ' দেউতা ৰঙা দমৰাটো অহা নাই। এই বুলি কৈ মগনাই গোহালিলৈ গৈ বাকী কেইটা গৰু বান্ধিছে।

অ···অ···জান সন্ধ্যা শান্তনু কালিলৈ গুৱাহাটীলৈ যাব। মই তাৰ লগত মুখেৰে চুপতি মাৰোঁ যদিও তাক মই বেয়া নাপাওঁ। তাক মোৰ সঁচাকৈ ভাল লাগে জান। সি গুচি গ'লে মোৰ যে ইয়াত থাকিবলৈকে মন নাযাব।

সন্ধ্যা আৰু ৰুক্মিণীৰ কথা বতৰা শুনি মগনাই গৰুৰ ডিঙিত পঘা দিবলৈ পাহৰিয়েই গ'ল। বুঢ়াৰ মাতহে সম্বিত ঘূৰাই পালে।

দেউতা, মই ৰঙা দমৰাটো বিচাৰি যাওঁ বুলি কৈ পদূলি মুখ পালেগৈ। ৰুক্মিণীহঁতৰ কথাবোৰ তাৰ কাণত উথ্‌ল মাথ্‌ল লগাইছে। ইস্‌ আইহঁতৰ আৰু কাম নাই। কোন ছেগতনো বিহু মাৰিছে ক'ব নোৱাৰো দেও। ইত্যাদিবোৰ কথা মনতে ভাঙি পাতি মগনাই সুমলহঁতৰ পদূলি মুখ পালেগৈ। গৰু বা কাৰ বেৰনিত সোমাল,

কাৰবা ধান খাই বাৰুত পৰিছে খবৰ নাই। জানিও নজনাৰ ভাও ধৰি মগনাই মুমলক সুধিলে—ঐ মুমল তহঁতৰ ঘাক গৰু গোটেই কেইটা আছিল নে? আমাৰ বগা দমৰাটো অহা নাই পাই।

হয়নেকি?

মুমলো বাট পালেহি।

হেৰৌ মুমল তহঁতৰ হুপাই মাজু ডেকাটি কাইলৈ গুৱাহাটী নে ক'লৈ যাব হয়নে?

ওঁ সি গুৱাহাটীত বোৰ্ডিঙত থাকি পঢ়িব। ভালে যাবগৈ। কাইলৈৰ পৰা মোৰো ভাল নালগিব পাই। আনদিনা তাৰ লগতে কেতিয়াবা পথাৰলৈ কেতিয়াবা নৈলৈ মাছ মাৰিবলৈ যাওঁ। এতিয়া···

এৰা—এই মথাই দেখ খালে আক।

আমাৰ আকৌ আইদেউ যেৰাই যিচে তিয়ালি জিয়ালিকৈ কান্দিছে ঐ চকু পানীয়ে বাটকে দেখা নাই।

মই জানিছো। মই আগতেই নজৰ ৰাখিছো। পুখুৰী ঘৰে বাৰায়ে লগা। তাকো আকৌ নৈতছে পানী আছে পানী নিবলৈ অহাৰ চলতে ছাগে···।

কি হ'ল অ মগনা কাই। তই এইবোৰ কি ধকিছ। মই দেখোন তুতকে ধৰিব পৰা নাই।

এৰা নোৱাৰিবি। তোৰ মোৰ দিনবোৰ লোকৰ হালোৱা কৰোঁতেই শেষ হ'ব। আমাৰ সেই কক্সিণী আইদেয়ে কান্দিছে। তহঁতৰ সেই ডেকাটি কাইলৈ গ'লেগে তাই কি কৰে ঠিক নাই। পাগলী হ'ব, ধনশিৰীত পৰি আপোনঘাতী হ'ব। বৌটোকে টোটো কৰি মগনাই মুমলক এলোপাথান কৈ থাকোঁতেই আপতে আছি ক'ববাৰ পৰা বগা দমৰাটো আহি ওলালহি।

সৌটো তহঁতৰ বগা দমৰাটো, মগনা কাই।

ওঁ। ভালেই হ'ল দে। তোৰ লগত কথা পাতি থাকোঁতেই বহুত পৰ গ'ল। ই নোলোৱাহেঁতেন আজি ঘৰত খবৰ্যুটাবো মাইহুটো·

বাজিলহেঁতেন। পিছে তই আকৌ মাজু মইনাক মুম্মুধিবি গৈ পায়। এইবোৰ বৰ লাজ-বাজৰ কথা।

কি হ'ল মুমল তই দেখোন পদূলি মূৰত বৈ আছ। কি চাইছনো ?

নহয় অ' মাজু মইনা, এনেয়েহে থিয় হৈ আছোঁ। হাতখনতে ধৰি মুমলক শান্তনুয়ে টানি নি চোতাল পোৱালেগৈ। চোতালতে বহি বহি দুটাই গল্প মাৰিছে। মাজে মাজে মুমলৰ একোটাইত হুমুনিয়াহ ওলাই আহিছে।

অ' সোণ মাজু মইনা ঐ, আহ, ভাত কেইটা গৰমে গৰমে খাই লহি। মুমলকো দিছোঁ কচোন। মাকে ভাত খাবলৈ মতাত শান্তনু উঠিল। মুমলো গ'ল ভিতৰলৈকে।

মা আমৰ আচাৰ অকণ দিয়াচোন। ভাতৰ গৰাহ মুখত ভৰাই লৈ শান্তনুয়ে ক'লে—খা মুমল তই দেখোন আজি মনচন্ মাৰি আছ, কি হ'লনো হয়। মই আকৌ আহিমেই চোন। বন্ধ পালেই আহিম।

খা বোপাই খা। খাই বৈ সোনকালে শুই থাকগৈ।

ৰাতিটোলৈ পৰি থাকিল। সকলো শুইছে। যেন প্ৰকৃতিয়েহে চিঞৰি চিঞৰি সকলোকে জনাইছে শুবই লাগিব। মুগুলে নহ'ব। এনে গভীৰ ৰাতিটো অকলে অকলে সাৰে আছে শান্তনু। বিভিন্ন ভাবৰ খেলিমেলি। তাতে নতুন ঠাই নতুন কলেজ। ভয় সংকোচে জৰ্জৰিত মন। ইফালে মনত বেজাৰ মৰমৰ বন্ধু বতনৰ সৈতে লগ এৰা এৰি। ঘড়ীটোলৈ চালে—২ বাজিল। ৰাতি পুৱাবলৈ বেছি পৰ নাই দেখোন। শুবলৈ চেষ্টা কৰি শান্তনুৱে চকুহাল জোৰেৰে মুদি দিলে।

ৰভিপুৱা চেনেহীয়ে বাতৃনীডাল লৈ চোতালখন চকা কৰিছে।

অ, ময়না, মাজু মইনা উঠ। উঠিবৰ হ'ল। ইমান দেৰিলৈকে শুই তইঁতি কি ডাঙৰ মানুহ হবি। এতিয়া ঘৰত জানিবা আমি মাৰ বাপেৰ হাল আছেঁা। বুলি দুবেলা দুমুঠি আগত দিছো। খাইছ। কাইলৈ হোষ্টেললৈ গৈ এইদৰে ফস্তি জুৰি শুই থাকি কি পঢ়িবি। পজাবামৰ চিঞৰত গোটেই কেইটাই বিচনাৰ পৰা উঠি আছিল।

হেৰি নহয় ডাঙৰ ময়নাৰ মাক। আজি ই সৰু মইনা যাব নহয়। পিছে ইয়াক বান্ধি দিবলৈ চিৰা সান্দহ দুটামান তৈয়াৰ হৈ আছেনে? চাবি যাতে মোৰ লৰাই অলপো কষ্ট নাপায়। সুমন, তই আকৌ ক'লৈ ওলালি? বাস্তিপুৱাই?

দদাইদেউ, আজি মানুহ নৈলৈ যাব জাল খেয়াবলৈ। মযো লগত যাওঁ বুলি ভাবিছো। ইকালে আজি সৰু মইনাও যাবগৈ। সেয়ে পাবিলে ভাল মাছ-তাছ এটা পাওঁয়েই বা যাওঁ বুলি ভাবিছোঁ।

তই দেখোন চাহ এটোপাকে খোৱা নাই। এতিয়া নেলাগে থ। জা জলপান এমুঠি খাই যাবি। সিহঁতবোৰ যাওক। তই লাহে ধীৰে যাবি।

হেৰ, ডাঙৰ মইনাৰ মাক। তোৰ গা ধুই হোৱাই নাইনে? ইহঁত ল'ৰাবোৰ দিহা দিহি ওলাবৰ হ'ল নহয়? চেনেহীয়ে গিৰীয়েকৰ মাত শুনি তভাতৈয়াকৈ আহি ডেগৰ তলৰ জুইকুৰা ভালদৰে লগাই দিলেহি। সকলোবোৰ চাহ-তাহ খোৱাৰ পিছতহে সুমন মাছলৈ ওলাই গ'ল। শান্তনুৱে কাপোৰ কানি ডাঙৰ ট্ৰাঙ্কটোত ভৰাইছে।

শান্তনু অ' শান্তনু।

আহ ভিতৰলৈকে আহ।

ৰতন সোমাই গৈ সুধিলে—কি, কাপোৰ কানি সামৰিছ নেকি? হুড়-অলটো আনি ৰ'নেও শান্তনুৰ বিচনা পত্ৰবোৰ বান্ধি দিলে।

বাক ৰতন হ'ল নহয়। এতিয়া অকণমান বহ। ময়ো বহো। চেনেহীয়ে ৰতনক চাহ খোৱাৰ কথা কৈছিল।

ঘৰত এইমাত্ৰ খায়েই ওলাইছোঁ ববৰো। নাখাওঁ এতিয়া।

খা, খা। আজিহে আৰু আহিছ আকৌ জানো সহজে দেখাদেখি হ'ব বুলি ভাবিব পাৰিছ ?

দিয়ক ববৰো। অকণমান দিয়ক। বেছি নিদিব।

ছুইটাই খাইছে, ঐ চাচোন। সৌ কেইজনী কোনি ওলাইছে বা। ৰতনৰ কথাতে শান্তনুৱে খিৰিকিখনেৰে বাহিৰলৈ ভুমুকিয়াই চালে।

এৰ ভাল কথা ৰতন। বল যি হ'ল হ'ল। যাবৰ সময়ত দেখা এটা কৰি যাওঁ।

ছুই বন্ধু সাউতকৰে পদূলিৰ বাহিৰ হ'ল। কেৰকণৰ হোলা পাৰহৈ আঁহত জোপাৰ তলেৰেই পাৰ হৈ ৰুক্মিণীহঁতৰ পৰা পোন্ধৰ হাত মান পিছে পিছে গৈ আছে।

অ' ৰুক্মিণী, ৰুক্মিণী।

ৰুক্মিণীহঁতে ঘূৰি চাই শান্তনুহঁতক দেখি আচৰিত হ'ল। যাবলৈ ধৰোঁতেই শান্তনুৱে আকৌ এবাৰ মাত দিয়াত থমকি ৰ'ল।

কোন ফালে ওলালা ৰুক্মিণী ?

নৈলৈ।

নৈ লৈ যাওঁ। কিয় ? আচৰিত হৈ শান্তনুৱে সুধিলে।

আমাৰ মগনাকাই মাছলৈ আহিছে। মাছ উঠিছেনে নাই তাকে চাবলৈ মায়ে মোক পঠাই দিছে।

হয় নেকি ?

ওঁ।

ভালেই হ'ল দিয়া আমি ছুটা ভালেকে ওলাই আহিছোঁ।

ৰতনে আকৌ সন্ধ্যাৰ লগত কথা পাতি পাতি শান্তনু আৰু ৰুক্মিণীৰ পৰা অলপ দূৰলৈ আগবাঢ়ি গৈছে।

ৰুক্মিণী।

কি।

আজি মই ঘামগৈ নহয়। তুমি জানানে নাজানা ?

জানো।

কেনেকৈ জানিলা ?

তোমালোকৰ মুখলে আমাৰ মগনা কাইক কওঁতে শুনিছিলোঁ।

ওঁ। শুনিছা নহয় ?

ৰুক্মিণী, তোমাৰ লগত ভালে বেয়াই বহুতো ধেমালি কৰিলোঁ। বেয়া নাপাবা দেই।

তুমি তেনেকৈ কিয় কৈছা শান্তনু ? মোৰ বৰ দুখ লাগে জানা তেনেকৈ ক'লে। আগতে যি হ'ল হৈ গ'ল। মইতো এতিয়া তোমাৰ প্ৰতি বেয়া ভাব লৈ থকা নাই

সঁচাকৈ নে ৰুক্মিণী ?

সঁচা শান্তনু।

ৰুক্মিণী তোমাক বহু দিনৰ পৰাই কথা এটা কওঁ কওঁ বুলি ক'ব নোৱাৰিলোঁ। আজি কম বুলি ভাবিছোঁ। শুনিবানে তুমি।

শুনিম।

ৰুক্মিণী। মই বাক তোমাক 'ৰুকু' বুলি মাতিলে তুমি বেয়া পাবা নেকি ?

নাপাওঁ।

তেন্তে আজিৰ পৰা তোমাক মই ৰুক্মিণীৰ সলনি ৰুকু বুলিয়েই মাতিম দেই।

অ, শান্তনু তুমি এইখাৰ কথাকে কম বুলি ইমান দিনে ভাবি আছিলা নেকি ?

নহয় ৰুকু, নহয়। কিয় জানো মই ক'ব পৰা নাই গমকে ধৰিব পৰা নাই।

কোৱা শান্তনু। মই মুঠেই বেয়া নাপাওঁ।

ৰুকু।

ওঁ।

মই তোমাক, মই তোমাক ভাল পাওঁ রুকু। তোমাক মই বহুত ভাল পাওঁ—জানা।

শান্তনুৰ কথা শুনি রুক্মিণীয়ে তলমূৰ কৰিলে। মুখত মাত নাই। কি হ'ল রুকু, তুমি নামাতা কিয়? মোক বেয়া পালা?

নাই পোৱা।

রুকু শেষ মুহূৰ্ত্তত বেছি কথা পাতিব নোৱাৰিলোঁ। বহুত সময় হ'ল। বলা—ঘৰলৈ যাওঁগৈ। মই গৈয়েই তোমালৈ চিঠি দিম। তুমিয়ো দিবা। চোৱা রুকু—তুমি এতিয়া ক্লাচ নাইনৰ ছোৱালী। অহাবাৰ ফাইনেল দিবা। সেয়ে লগৰ ছোৱালী পালেই অবাবত সময় নষ্ট নকৰি পঢ়া-শুনা কৰিবা দেই। চিন্তা নকৰিবা। মোক ভাল পালা বুলিয়েই সেইবোৰ ভাৱি নাথাকিবা। বেছি ঘূৰা-ফুৰা নকৰিবা দেই। —রুকু।

হেঁ।

তুমি ঘৰ পালাঁহিয়েই।

অঁ পালোঁহি।

তোমাক থৈ আহিম নেকি?

নালাগে। সৌৱা সন্ধ্যা আহিছে নহয়। তাইৰ লগতে যাম।

সন্ধ্যা। যোৱা দেই। বান্ধবীক চাবা। তুমিও ভালদৰে পঢ়িবা।

সন্ধ্যাই ৰতন আৰু শান্তনুৰ পৰা বিদায় লৈ রুক্মিণীৰ লগে লগে যাবলৈ ধৰিলে।

ঐ শান্তনু কি কি পাতিলি?

চব পাতিলো বুজিছ। বৰ্ত্তমান কপাল ফুলিছে বুলিয়েই ধৰ।

বাঃ, তেনেহ'লে জমালি অলপ।

ধেৎ, তেনেকৈ নকৰি আৰৌ। তই এৰা।

মযো ধৰ তোৰ দৰেই। পিছে সন্ধ্যাজনী বৰ আঁকৰী অ'।

পাগল হোৱা নাইতো? ক্লাছ নাইনত পঢ়া ছোৱালীজনী সৰু ছোৱালী। তই আৰু এদিনতে ইমানখিনি। লাহে লাহে বুজিবি।

পদূলি মুখতে ছুইটা বৈ গলিছি দেখোন। কি হ'ল মাজু মইনা? সুমলে মাছৰ ভাবথন কান্ধতে লৈ বৈ থকা শান্তমুহুঁতক সুধিলেছি।

নহয় অ' সুমল, অ'ভিয়েই আমাৰ শেষটো। সেয়ে ছুখাৰ পাভিছোঁ।

পাতা পাতা ঈশ্বৰ দেউতা। আমি আঁতৰি দিছোঁ।

কেঁকো জেকোকৈ ভাবথন লৈয়েই সুমলে পিচ চোতাল পালেগৈ।

কি হ'ল হৰ? বৰ দেখোন আমন জিমনকৈ বহি আছে। দুপৰীয়া এখন্তেক জিৰণিও নললে।

এৰা পাই। ল'ৰাহাল নহে ধৰথন একেবাৰে উকণ্ঠা উকণ্ঠা লাগিছে। বহুত দিন ডাঙৰ মইনাৰো খাখবৰ অহা নাই। গা-মূৰ এখোন ভাল নে কিয়েই নে ক'ব নোৱাৰোঁ। তাকে মনে মনে বহি ভাবিছোঁ পাৰিলে তাৰ ওচৰৰ পৰা এবাৰ গৈয়েই আহোঁগৈ নেকি।

দেউতা, দেউতা—আজি জানে, আমাৰ স্কুলত বিৰাট গণ্ডগোল এখন হৈ গ'ল।

কি হ'ল অ' সৰু মইনা?

মাকে সুধিলত অংকুৰে ক'বলৈ ধৰিলে—আজি আমাৰ লগৰ ল'ৰা এটাই বাতিপুৱাতে পঢ়াবলৈ যাব লগা ছোৱাৰ বাবেই অংক কৰি আনিব নোৱাৰিলে। হেড্চাৰে তাক খি মাৰ দিলে। ল'ৰাটোক মুখত পানী দিহে বহাইছে। ইফালে সি পানী খোৱা ছুটীত ঘৰলৈ গৈ বাপেক ককায়েক চৰকে ক'লেগৈ। ককায়েকে আহি চাৰক মাৰিবলৈকে খেদি খেদি গৈছে। বাটৰ মানুহেহে এৰুৱাইছেহি।

অ' খালে ঐ খালে লাও জোপা ভেনেই খালে—খেদা, খেদা সুমল খেদা। চেনেহীৰ চিঞৰত সুমল দৌৰি লাও জোপাৰ গুৰি পালেগৈ।

হেৰি, এইটো গজাবাম মেধিৰ ঘৰ নহয় জানো?

হয়।

লওক এইখন ৰেজিষ্টাৰ।

নুমলে হাত পাতি পিয়নটোৱে দিয়া চিঠিখন ললে।

সৌৱা নুমলে চিঠি এখন আনিছে, শুনিছেনে। ডাঙৰ মইনাই দিছে হবপায় দেই। ককায়েকে দিয়া বুলিয়েই অংকুৰে একে জাপেই নুমলৰ হাতৰ পৰা চিঠিখন লৈ খুলিলে।

পঢ়চোন সৰু মইনা। কোনেনো দিছে?

পৰম পূজ্য

মা দেউতা,

পত্ৰে সেৱা লব। বহুত দিন চিঠি লিখিবলৈ সময়কে পোৱা নাই। আজিহে লিখিছোঁ। আশা ৰাখো নেদেখাজনে ঘৰৰ সকলোটিকে কুশলে ৰাখিব পায়। মোৰ খা-খবৰ নাপাই চাগে আপোনালোকে চিন্তা কৰিছে। মই আপোনালোকৰ আশীৰ্বাদত ভালে কুশলেই আছোঁ। মাজু মইনাৰ পৰা এ সপ্তাহৰ আগতে চিঠি এখন পাইছোঁ। সি ভালেই আছে। মোৰ পঢ়া-শুনা ভালদৰেই চলিছে।

বাকী সৰু মইনাই কি কৰিছে? দেউতা, আপুনি তাক চকু কাণ দিব। মাক বেছি চিন্তা কৰিবলৈ নক'ব। আমি ভালেই আছোঁ। নুমলবো ছাগে ভাল। এইকেইদিন চাগে সি বৰ বেয়া পাইছে নিশ্চয়। দেউতা, মোৰ ৫০০ টকাৰ দৰকাৰ হৈছে। ফিজ্ দিবলৈ আছে। আৰু চাৰ্ট পেণ্ট এযোৰো চিলাবলৈ অৰ্ডাৰ দিছো।

বেছি কি লিখিম। সৰু মইনাক মাজে সময়ে চিঠি দিবলৈ ক'ব। টকা কেইটা সোনকালে পঠাই দিব।

পুনৰ শ্ৰদ্ধা তথা সেৱাৰে,

আপোনালোকৰ
ডাঙৰ মইনা
১৯-৮-৭৯
গোৰখপুৰ কলেজ
হোষ্টেল নং—৬।
ৰুম নং—১৭।

চিঠিখন পাইছে গঙ্গাৰামৰ চিন্তা পাতলিল। ভেকেৰীয়ে ধান এখুৰলি বান্ধিছে। গধূলিৰ সাজলৈহে চাউল আছিল। পিছদিনা ধানখিনি ল'ৰাক খুৱাই স্কুললৈ পঠিয়াবলৈ দেখি হ'ব। ভেকুকচ।

হেৰি মহয়, ডাঙৰ মইনাই টকাৰ কথা কৈছে। ভাকৰ তোকৰ লহয়। পোনেই পাঁচশ টকা। তোৰ হাতত গুলাবনে বাক ?

মোৰ হাতত আকৌ ক'ৰ পৰা গুলাব। সেই আপুনি ধৰবলৈ দিয়া তিনিশ টকা আছে আৰু।

বাক হ'ব তেনে—মহাজনেও সবিয়হ নিয়া টকা ধুণ দিবলৈ আছে। সেই কিটাও গোটাই পিটাই পৰহিলৈ ডাকত পঠাই দিব লাগিব। মুমল, তই এটা কাম কৰচোন। মহাজনক মই মাতিছোঁ বুলি কৈ আহগৈ যা।

* * *

এবা, মই নকৈছিলোনে যে ল'ৰা দূৰৈত থৈ পঢ়োৱাটো বৰ ডাঙৰ কথা। তাতে ভালকৈ পঢ়া-শুনা কৰিলে বেলেগ কথা। কেনেবাকৈ যদি ল'ৰাই অধঃপাতে যায় ভেতিয়া আৰু চৰ পানী।

ঐ তই মোৰ ল'ৰাক তেনেকুৱা বুলি ভাবিছ নেকি ? মোৰ ল'ৰা কেতিয়াও তেনেকুৱা হ'ব নোৱাৰে। যি মূলা বাঢ়ৰ তাৰ দুপতীয়াতে চিন। মই তাক ডাঙৰ মানুহ বনাম। অকল তাকেই নহয়। মোৰ তিনিওটা ল'ৰা সমান। মই জীয়াই থাকিলে সিহঁতক চাবিচোম। বাপেকেই সিহঁতৰ বাঘ। পুতেক নহ'ব কেলৈ। মই সিহঁতক বাকৰ বাপেক বনাম। তই মোৰ ল'ৰাইঁতক আজিয়েই যি বেয়া হ'ব বুলি ভাবিলি লেই। দ্বিতীয় এদিন যেন তোৰ মুখত এনে কথাইচ মাত নোলায়।

দেউতা আপোনাক বিচাৰি মহাজন আহিছে।

বহিবলৈ কোঠাগৈ যোৱা বোলা মই পৈছোঁ। সক পুতেকক পঠিয়াই গঙ্গাৰামে ঘৈণীয়েকক চাহ এটোপা দিবলৈ কৈ গুলাই আহিল।

ঐ বহিছানে মহাজন। বহা বহা।

দাদা আপনি মুমলক পঠাইছিলে ?

অ পাঠাইছিলোঁ। মোৰ ডাঙৰ ল'ৰাটোৱে টকাৰ কথা কৈ চিঠি এখন দিছে। মই আকৌ বোলোঁ মহাজনে আজি ছয় সাত মাহ হ'ল সবিয়হ নিয়া টকা কেইটা দিম দিম বুলি দিয়াই নাই। তাকেহে ক'বলৈ তোমাক মতালোঁ। টকা কেইটা মোক তুমি এতিয়াই হয় নে কেতিয়াই হয় দিয়া। মই পৰহিলৈ পঠিয়াব লাগে।

এতিয়াতো মোৰ লগত টকা নাই। ফজিৰত দি যাম।

ফজিৰ চজিৰ মই নেজানো। মুঠতে ৰাতিপুৱা মুমলক পঠাই দিম। তাৰ হাতত দি পঠিয়াবা। নহ'লে কথা বেয়া হ'ব।

কিয় নিদিম দাদা। আপনাৰ লগত আৰু জুঠ কথা কৰলে আমি কি ভাল পাম কওঁক। মহাজন গ'লগৈ।

পিছদিনা মুমলে গৈ যি দেখিলে—ভয়ত ফোপাই জোপাই আহি আহি ক'লেহি—দদাইদেউ, মহাজনক পুলিছে ধৰি নিছে।

কলৈ ?

থানালৈ।

কি হ'লে আকৌ।

মই কণৰাপুহঁতে কথা পতা শুনিছিলোঁ। মহাজনে হেনো ৰাতি তিনি লৰী চাউল উলিয়াই গাড়ীত জাপিছিল। কেইটামানে কৈছে সেইবোৰ হেনো চোৰাং কাৰবাৰ কৰিছে।

পিছে তোক টকা দিলে নে নাই ?

ক'ত টকা দিব। নাই দিয়া।

কি হ'ল কি হ'ল মুমল ? চেনেহী ভিতৰৰপৰা ওলাই আহিল।

মহাজনক পুলিছে ধৰি নিছে খুৰীদেউ।

সেয়া মই জানো নকওঁ। এনেয়ে জানো কথাতে কয়। বাকী বুলিলেই ফাঁকি। সবিয়হ নিয়া আজি কত দিন হ'ল। টকা এতিয়ালৈকে নাই। মই মানুহজনক কৈয়েই থাকোঁ, মোৰ কথা শুনিলে

এনেকুৱা নহয়েই নহয়। অসমত কলেজ নাই নহয়, আমাৰ ককাই-দেউহঁতে অসমতে পটি ডাঙৰ দীঘল হ'ল। এতিয়া আকৌ আমাৰ ল'ৰা ছোৱালী বাহিৰত পঢ়িহে ডাঙৰ মানুহ হ'ব!

হেৰৌ তহঁত ন পানীত পুঠি মাছে জটফটোৱাদি ছট্‌কটাইছ কেলৈ হুঁ?

## পাঁচ

আচহুৱা ঠাইত শান্তনুৰ প্ৰথমে বৰ অস্বস্তি লাগিছিল। প্ৰায়ে মনে মনে বহি থাকে। মনত পৰে মৰমৰ বন্ধু বতনলৈ – ইছ, ক'ত যে আছে ৰতনটো: সি হয়তো মোক পাহৰিয়ে পেলালে। ধনশ্ৰীৰিৰ পাৰলৈ চাগে কল্মিণী এতিয়া গৈছে সখীয়েকহঁতৰ লগত এইবোৰ ভাৱতে শান্তনুৰে প্ৰায় মৌন হৈ পৰে কিন্তু এই মৌনভাৱ শান্তনুৰে বেছি প্ৰশ্ৰয় নিদিয়ে। কাৰণ কমত থাকে সপোন ৰবা। কিযে অমায়িক নাম; নামটো যেনে গুৱলা, তুলনাবিহীন, ঠিক মানুহটোও তেনেকুৱাই। শান্তনুও পিছ পৰা বিধৰ নহয়।

সপোন-শান্তনুৰে লাহে লাহে দুয়ো দুয়োৰে মাজলৈ সোমাই গৈছিল। আন ল'ৰাৰ দৰে কলেজৰ মুক্ত পৰিৱেশত শান্তনুহঁতে নিজকে বিলীন কৰি দিয়া নাছিল। লাহে লাহে শান্তনু কটন কলেজৰ এটি জনপ্ৰিয় নামহৈ পৰিছিল শান্তনু মেধি ক্লাছলৈ আহিলে প্ৰতিজনী ছোৱালীয়ে শান্তনুক মাত্তিবলৈ বৈ থাকে মিনিটৰ পিছত মিনিট পাৰ কৰি। ওঠ-পাথ বেছ শকত আবৃত গহীন শান্তনুৰ মুখত আছে কম বয়সৰ ছাঁ। দাড়ি খুটিওৱা কোমল মুখখনত জেউতি চৰাইছে এটি শান্তশিষ্ট কোমল হাঁহিয়ে। নবাগত আদৰণি সভাৰ দিনা লগৰ ল'ৰা ছোৱালীবোৰৰ নেৰা-নেপেৰা অনুৰোধত শান্তনু থিয় হৈছিলগৈ মঞ্চৰ ওপৰত। গিটাৰৰ সন্মুখত বৈ শান্তনুৱে গাইছিল,

কলাগুৰু বিষ্ণুৰাভাৰ সেই গীতটি—

পৰজনমৰ শুভলগনত

হয় যদি আমাৰ দেখা

পুৰাবানে প্ৰিয়ে? এই জনমৰ

মোৰ হিয়াৰ

অপূৰ্ণ আশা।

এটা গীত গাই শান্তনু ষ্টেজৰ পৰা নামি আহিবলৈ বিচাৰিও থমকি ৰৈ গৈছিল দ্বিতীয় এটা গান গাবলৈ চিঞৰি চিঞৰি কৰা দৰ্শকবৃন্দৰ অনুৰোধ ৰক্ষা কৰিবলৈ। এইবাৰ গাইছিল শান্তনুৱে নিজে লিখা এটি গীত।

কি ৰে দোস্ত, বৰ দাম বাঢ়িলে দেই। বেছ বঢ়িয়া গালি ভাই। তইতো নাযাবই ষ্টেজলৈ। ইমান ভয় হ'লে কেনেকৈ হ'ব ৰে শান্তনু?

ধেৎ, নহয় অ' সপোন—মানে অলপ কিবা কিবা লাগে অ'। নতুন আহিছোতো।

চবেইতো নতুনহে আছে। লাহে লাহেহে পুৰণি হয়।

নৱাগত আদৰণি হৈ যোৱা ১।২ মাহৰ পিছতেই কলেজত ইলেকশ্যন পাতিছে। শান্তনুয়ে এইবাৰ মেগাজিনৰ সম্পাদক হ'বলৈ স্বীকৃতি পাইছিল। পঢ়া-শুনা, তাৰোপৰি কলেজৰ কিছুমান যাৱতীয় কাম মুৰ পাতি লৈয়ো শান্তনুৱে ভালদৰে পঢ়িব পাৰিছিল। এই মেধাবী ছাত্ৰজন এদিন চকুত পৰিছিল কটন কলেজৰ অংক শাস্ত্ৰৰ মুৰব্বী অধ্যাপক শ্ৰীযুক্ত কমলেন্দু চৌধুৰীৰ। সেইদিনা অংকৰ ক্লাচ শেষ হোৱাৰ পিচতেই চাৰে শান্তনুক হাত বাউল দি মাতি সুধিছিল—তোমাৰ নামটো কি আছিল? দেউতাৰাৰ নাম? ঘৰ ক'ত? ইত্যাদিবোৰ আৰু সুধিছিল শান্তনুৱে ইমান ধুনীয়া গান গাব পাৰে, ক'ত শিক্ষা গ্ৰহণ কৰিছিল। কোনো প্ৰশিক্ষণ লোৱাই নাই বুলি কৈছিল শান্তনুৱে সেইদিনা।

ক্লাচ শেষ কৰি সংগ্ৰাম আৰু শান্তনু হোষ্টেল পালেহি, আবেলি

প্ৰায়বোৰ ল'ৰাই হোষ্টেলত নাথাকে। প্ৰত্যেকেই দুৰ দূৰণিৰ পৰা যোৱা ল'ৰা। সেয়ে মনক অলপ আনন্দ দিবৰ বাবেই ওলাই আহে। কলেজৰ পকাৰা দেৱালখনত জুম বান্ধি বান্ধি বহি থাকে ল'ৰাবোৰ, ভৰি জোকাৰি জোকাৰি। মাজে মাজে দুই এটা উকি। গা বমবমাই যোৱা গলগলীয়া হাঁহিবোৰে বাটেদি যোৱা মানুহবোৰকো যেন এবাৰ সিহঁতৰ ফালে চাই যোৱাৰ কথা কৈছে। শান্তনুহঁতো আহে সেইখন দেৱালতে বহিবলৈ। নানা ভাৱৰ কথা বতৰা পাতে। মাজে মাজে যায়গৈ চিৰিয়াখানা, বশিষ্ঠাশ্ৰম।

মই ঘৰলৈ চিঠি এখন লিখিব লাগিছিল বুইছ সপোন। মা-দেউতাই বহুত দিন চিঠি নাপালে চিন্তা কৰিব। চাওঁতে চাওঁতে এটা বছৰ চাচোন কেনেকৈ যে পাৰ হৈ গ'ল মাৰ ককাইদেউয়ে এইবাৰ Final দিব নহয়। পূজা বন্ধত এই ওলাবি আমাৰ ঘৰলৈ।

তহঁতৰ ঘৰলৈ··· ঠিক আছে যাম বাৰু। কিন্তু এটা কথা, তই আকৌ মোৰ লগত আমাৰ ঘৰলৈ যাব লাগিব নহ'লে মোৰ মায়েও কন্দা কটা লগাব ভাই।

আমাৰ তাত বৰ দিগদাৰ সপোন! গাঁৱৰ ঠাই। পূজা চাবলৈ টাউনলৈ বহুত দূৰ আহিব লাগে। নগালেও হ'ব নহ'ব। ঘৰত কন্দা কটা লগাব। ককাইদেউ যাব, ইফালে মোৰ বন্ধু বভনো আহিব

ভালেই হ'ব শান্তনু। এটা কাম কৰিম দে।

কি কাম?

বন্ধতো দিবই পৰহিলৈ। আমি সেইদিনাই নাইট চুপাৰত যামগৈ তহঁতৰ ঘৰত প্ৰথমতে সোমাম। তহঁতৰ তাত এসপ্তাহ থাকিম। আৰু পূজাৰ কেইদিন আমাৰ ঘৰলৈ যামগৈ। মোৰ ঘৰ ডিব্ৰুগড় টাউনতে, চিন্তা নাই। ডিব্ৰুগড়ত দুৰ্গা পূজাত বেছ ভাল লাগে। আমি কি কৰোঁ জান—হোটেল অৰুণাত সোমাবি আৰু কি যে Fine চাহ দিয়ে কৈছোঁ নহয়—আৰু হোটেলত খাবি পুৰী, নিমকী

হোটেলত খাবি পৰটো।

—ঠিক আছে তেন্তে। পূজাত তহঁতৰ ঘৰলৈকে যাম।

কথামতেই দুই বন্ধু ঘৰলৈ বুলি নাইট্ চুপাৰ ব্লুহিলত উঠিল।

কি যে ভাল লাগিছে এইবোৰ দিন! ক'ত কেতিয়া, কেনেকৈ শেষ হ'ব সপোন, ভাবিলেই ভয় লাগে জান। কাইলৈ গৈ ঘৰ পাই ভাল লাগিব জান। মোৰ বন্ধু ৰতনো আহিব। ককাইদেউও সন্তৱ ঘৰ পাইছেহি।

পুৰা ৬ বজাত ব্লুহিল আহি ধনশ্ৰীৰি পালেহি। সপোনহঁতে বিক্সা এখনকে ল'লে। সপোনৰ এই নতুন ঠাইত কেনে লাগিছে ক'ত কি দেখিছে ইত্যাদিবোৰ মন কৰাৰ অভ্যাস আছে। যিহেতু সপোন গল্পকাৰ, কবি। হাতত নোট বুক এখন লৈ সপোনে বিক্সাৰ ওপৰত নোট কৰাত লাগি গ'ল।

ঐ দোস্ত, চা-চা-ধুনীয়া ধুনীয়া পখিলা কেইজনী মান আহিছে। ছোৱালীৰ জাকটোলৈ শান্তনুৱে আঙুলিয়াই দেখুৱালে। কৰ, নোট কৰ।

আৰে বুৰবক পখিলা নোট কৰিব নোৱাৰি উৰি যাব। পখিলা কালেক্ট্ কৰিবলৈ লকেল পিঞ্জৰা লাগিব বুজিছ।

আমাৰ ঘৰৰ ওচৰেবে মানুহ এঘৰত আছে। দুই এজনী পখিলা। তোক দেখুৱাম দেই। কথা বতৰাই শেষ কৰিলে দীঘল বাটতো। শান্তনুৱে ১ ফাৰ্লং মান থাকোঁতেই বিক্সাৰ পৰা নামিল। তেতিয়াহে কল্পিনীহঁতৰ ঘৰতো চাই আহিব পাৰিব। তেতিয়াহে হয়তো কল্পিনীবো চকু পৰিব। পিঠিতে বেগ দুটা দুটাই পেলাই লৈ খোজেৰে আগ-বাঢ়িছে। চকুত জিবো পাৱাৰৰ ধুনীয়া ধুনীয়া ফ্ৰেমৰ চশমা। জিন্সৰ পেণ্ট, বগা বগা স্পৰ্টিং। মুখত বৰ যত্নেৰে ৰখা ক'লা কিচ্কিচ্য়া ফ্ৰেঞ্চ কাট দাড়ি। দেখিলেই বুজা যায় নগৰীয়া ভাঙৰ মানুহৰ ঘৰৰ ডেকা। খিৰিকীৰ পৰাই ভুমুকিয়াই ভুমুকিয়াই চাইছে গাঁৱৰ ছোৱালীবোৰে।

দুই এজনীয়ে মনে মনে কৈছেও, শান্তনু নহলে বা বতনহঁতৰ ঘৰলৈকে আহিছে। সিহঁতৰ ঘৰতহে কলেজত পঢ়া ল'ৰা আছে। আমাৰ নিচিনাবোৰৰ ঘৰলৈনো ক'ত আহিব।

নঙলাডাল খুলিয়েই মা মা বুলি শান্তনু চোতাল পালেহি। চেনেহী ভিতৰৰ পৰাই দৌৰি আহিছে।

আই ঐ, মোৰ সোণ। মই বুজিছেঁ নহয় মাতটোতে ধৰিব পাৰিছোঁ। মোৰ সোণটো আহিছে বুলি।

আহ বোপাই আহ। এতিয়াহে মোৰ মনটো ভাল লাগিছে। আহা বোপাই। বহাচোন। মাকে চোকাখনকে বহিবলৈ ক'লে।

সপোন বহিল।

ভিতৰত কাপোৰ কানিৰ বেগ দুটা থৈ শান্তনু ওলাই আহি সপোনৰ লগতে বহিলহি। মা, এয়া মোৰ বন্ধু। গল্পকৰ আকৌ দেই। কথা বতৰা পাতোঁতে ভালদৰে পাতিবা দেই মা।

থাপ্‌পৰ খাবি দেই ল'ৰা। ইয়াৰ কথা কি জানে মা? ই ঘৰলৈ নাহেই মইহে আনিছোঁ জোৰকৈ। ই আজি কালি খুউব গান গাই জানে মা। কলেজত ইয়াক চাবলৈ তেৰ ছোৱালী জুম পাতি পাতি বৈ থাকে।

মা তুমি যোৱা আকৌ চাহ একাপ খাবলৈ ইমান দেৰি হব লাগিব নেকি? তুমি যোৱা ইয়াৰ লেকচাৰ এতিয়াই শেষ নহব।

আহি বহিছহিহে। ক'লৈনো যাব ইমান লৰালৰিকৈ।

বতনহঁতৰ ঘৰলৈ যাওঁ। মা, সি বতন আহিলেনে নাই থাক জানানে?

সি পৰহিয়েই আহিলে। আহিয়েই তোৰ খবৰ কৰিছিল।

সেয়া দেখিছা মা। মই কোৱা নাছিলোঁ জানো। ই কলেজত পাহৰিয়েই যায়। ঘৰ এখন ধনশিৰীত আছে বুলি।

বাক মইনা, তোমাৰ ঘৰত কোন কেনেকৈ আছে?

মোৰ মা, দেউতা, ককাইদেউ এজন আৰু বাইদেউ দুজনী।

বাইদেউ ডাঙৰ জনীক বিয়া দিছোঁ তেজপুৰতলৈ। বৰ্ত্তমান বাইদেউ ভিনীদেউ বিশ্বনাথ চাৰি আলিতহে থাকে। তাতে ভিনীদেউৰ চাকৰি।

কি কৰে ভিনীদেউৱে ?

অভাৰচিয়াৰী কৰে পি ডব্লিউ ডিৰ। সৰুজনী বাইদেউৱে এইবাৰ বি. এচ. চি. ফাইনেল দিছে। সৰু বাইদেউৰো বিয়া ঠিক হৈছে। এইজনী বাইদেউৰ ভিনীদেউ আকৌ নিজৰ পছন্দমতেহে পোৱা। তথাপি বিয়া হ'বগৈ। মা-দেউতাৰ সম্মতি আছে।

অ, তোমাৰ দেউতাৰ চাকৰি নে অন্য… ..।

দেউতা অডিটৰ।

মা, বহুত সময় আছে। পিছত কথা পাতিবা এতিয়া, আমি ৰতনৰ ওচৰলৈ যাওঁ। গতিকে সোনকালে চাহ তাহ কি আছে দিয়া।

গোটেই ঘৰখন খন্তেকতে বৰ ফৰকাল হৈ পৰিল। দুষ্ট শান্তনুৱে মাকৰ পিছে পিছে গৈ এবাৰ মাকক কোলাত তুলি ললে।

চাওঁ বাবা তই বাৰু এইবোৰ অস্বস্তি কেনৈ কৰ হয় ?

ৰবাচোন মা। কিমান দিন যে তোমাক কোলাত লোৱাই নাই। এইবুলি দুষ্ট শান্তনুৱে টপক্‌কৈ মাকৰ মুখতে চুমা এটা খালে। সপোনৰ সঁচাকৈ বৰ ভাল লাগিছিল। কলেজত লগপোৱা গহীন গম্ভীৰ শান্তনুতো যেন নহয় এইটো, এনে ভাৱ হৈছিল তাৰ।

চাহ তাহ খাই সপোন-শান্তনু ৰতনৰ ঘৰলৈ ওলাই গ'ল।

ৰতন ৰতন বুলি চিঞৰি চিঞৰি শান্তনু বৰ ঘৰৰ ভিতৰ পালেগৈ। নতুন অপৰিচিত ঘৰখনৰ ড্ৰয়িং ৰূমতে সেমেনা সেমেনি কৈ সপোন থিয় হৈ থাকিল।

অ, তুমি দেখোন নতুন ভাইটি এটা। ভিতৰৰ পৰা ভিতিত ধৰা-ধৰিকৈ ৰতন, শান্তনু ওলাই আহিল।

সপোন, এইটোৱে ৰতন। আৰু এওঁ মোৰ বন্ধু সপোন বৰা। ৰতন সপোন দুয়ো হাত মিলালে। শান্তনুৰ আমি দুয়ো বন্ধু, গতিকে আজি তুমি আমাকেয়ে মাতিব লৈই, সপোনে ক'লে।

আৰে কি আছে। লগৰ ল'ৰাক আপুনি বুলি ক'লে সঁচাকৈ বৰ বেয়া শুনি দেই।

গুৱাহাটীত কেনেকুৱা লাগিছে দোস্ত ?

নকবা আৰু। তোমাৰ বন্ধু বেলেগ।

অঁতো ময়ো তাকেহে ভাবিছো। একেবাৰে ফেন্সী কাট দাড়ি, গগলচ্ বেলেগ আৰু ভাই, ভেৰিফিক।

ৰতন অলপ সাৱধান হবি। এইফালে আকৌ গল্পকাৰ দেই। চশমা উফৰি পৰিব।

কেলৈনো নহয়, মইতো মহাত্মা গান্ধী, চাই থাকিম।

বাৰু সপোন তোমাৰ ঘৰখন ক'ত বুলিলা ?

ডিব্ৰুগড় টাউনতে, জেইল ৰোডত।

জেইল ৰোডত। ব্ৰহ্মপুত্ৰৰ পাৰ দেখিয়েই থাকি।

মাজে মাজে বেচেৰা ব্ৰহ্মপুত্ৰৰ পাৰলৈয়ো যাব লাগা থাবলৈ। গহীনাই ক'লে শান্তনুৱে। শান্তনুৰ কথাত সপোনৰ খঙো উঠিছে। ইফালে ভালো লাগে মাজে মাজে।

বহুত দিনৰ মূৰত লগহৈ কি যে আনন্দ। তিনি বন্ধু গ'ল ধনশিৰীৰ পাৰলৈ। খৰালি নৈবোৰ শুকাই মাজত বালিচৰ পৰি আছে। বালিচৰতে বহি বহি তিনিও কথা পাতিছে।

শান্তনু তোৰ খা-খবৰ ভালনে ? চিঠি-পত্ৰ এইফালৰ পৰা পাইছিলি নেকি ?

দুৰ, বাদ দে মই সেইচব মুঠেই চিন্তা নকৰোঁ। এদিন ধেমালি কৰিলো বচ, খেল খতম।

শান্তনুৰ কথা শুনি ৰতনৰ বৰ খং উঠিছিল। ভাবিছিল এয়াই শান্তনুৰ সেইদিনাৰ প্ৰতিশ্ৰুতি। দিজিনা কল্পিনীক তাৰ সমস্ত ভাল-পোৱা জনাইছিল।

মনে মনে বহি থকা সপোনে ৰতনক সুধিলে। চুপ হৈ বহিলা দেখোন ৰতন কি হ'ল।

কি কম তোমাক বন্ধু। ই নিশ্চয় তোমাক নাই কোৱা।

ইটো মোক বহুত কথাই কয়—ঘৰখনৰ কথা, তোমাৰ কথা। আৰু এই ধনশিৰীত তোমাৰ সৈতে হেনো আগতে ফুৰিবলৈ আছি পলাশ গছত উঠি কোনোবা ছোৱালীক জোকাই হয়নে বাৰু?

জোকোৱাতো বাদ দিয়া। ই সেই জোকোৱা ছোৱালী কেইজনীৰ মাজৰে ৰুক্মিণী নামৰ এজনী ছোৱালী ভাল পাইছিল।

তই যে মোক তেনেকৈ কৈছ, তই নিজে পিছে।

মই কি, মই কি কৰিছোঁ।

কেলৈ তই সন্ধ্যাক।

শান্তনুৱে শেষ কৰিবলৈ নোপাওঁতেই ৰতনে ক'লে—মই সন্ধ্যাক ভনী হিচাবেহে ভাল পাওঁ বুজিছ। তোৰ নিচিনাকৈ প্ৰেম কৰা নাই।

কেনি যাব মুমল?

বিললৈ। থোৰতে কথাষাৰ কৈ মুমল বেগাবেগিকৈ গৈ থাকিল।

তই এই আলহী ল'ৰাতো আনি এই সন্ধ্যা পৰলৈকে বাৰু ক'ত ফুৰিছগৈ হয়। ল'ৰাটোৰ জানো ভাগৰ লগা নাই। লেম কেইটা চোতালতে মচি মচি চেনেহীয়ে পুতেকক ক'বলৈ ধৰিলে।

মাজু মইনা, চাওঁ এইফালে আহ।

দেউতা, আপুনি কেতিয়া পালেহি?

তহঁতৰ পিছে পিছেই আহি আছিলোঁ। ভাবি চা এতিয়া। কিমান সময়ত মই পালেহি। তই কেনি গৈছিলি?

ৰতনহঁতৰ ঘৰলৈ। থোৰতে কথাতো কৈ শান্তনু ভিতৰলৈ গ'ল।

ঐ সপোন ভিতৰলৈ আহ।

অ' তুমি দেখোন···মই দেখাই নাছিলোঁ তোমাক।

মোৰ লগৰ ল'ৰা দেউতা।

নমস্কাৰ দেউতা।

নমস্কাৰ, বহা মইনা বহা। তোমাৰ ঘৰ ক'ত?

মোৰ ঘৰ ডিব্ৰুগড় জেইল ৰোডত।

দেউতাৰা আছে ?

হয় আছে।

দেউতাৰে চাকৰি কৰে নে খেতি বাতিয়ে কিবা কৰে ?

দেউতাই চাকৰি কৰে। অডিতৰ।

ভাল কথা ভাল কথা। এতিয়া পূজাৰ বন্ধ কিমান দিন পালা ?

এ মাহ।

মাজু মইনা তই এতিয়া এই এমাহৰ বন্ধত ঘৰলৈ আহিছি। পূজাতো চাবলৈ এই ধনশিৰিত নাই। গতিকে আজি অলৈ কাইলৈ তলৈ ঘূৰি নুফুৰি ভালদৰে পৰীক্ষাটো দে। ককায়েৰেক দেখিছ ইমান ভালদৰে পঢ়িও একো এটা লাইন লবলৈ সুবিধা নাপালে। এতিয়া সি B. Sc পঢ়িয়েই বা কি কৰিব। তাক বাক মই আছোঁ যেতিয়া ঠিক কৰিম। কিন্তু মাজু মইনা, মনত ৰাখিবি তোলৈ মোৰ অজস্ৰ মৰম আছিল আৰু আছে, নমৰা পৰ্য্যন্ত মোৰ মৰম তইতলৈ থাকিব। টকা পইচাৰ চিন্তা নাই। যি বিচাৰ মই তাৰ ক্ৰুটি নকৰোঁ। কিন্তু মনত ৰাখিবি—তই ভালদৰে প্ৰি. উ. পাছ কৰিব লাগিব। মই তোৰ বাবে সকলো ঠিক কৰিম। তই বেঙ্গাৰ পঢ়িবলৈ যাব লাগিব।

আপুনি মোৰ বাবে চিন্তা নকৰিব দেউতা। মই ভালদৰেই প্ৰি ডিগ্ৰি টো দিম। কিন্তু দেউতা সপোন আমাৰ ঘৰলৈআহিছে। এতিয়া যদি মই সিহঁতৰ ঘৰলৈ নাযাওঁ, তেন্তে সি বেয়া পাব নহয়।

বেয়া পাবলৈ একো নাই। যাবি বাক দুই/তিনদিনৰ বাবে। আৰু মইনা, তোমাকো কৈছোঁ ভালদৰে পঢ়া-শুনা কৰিবা। দেউতাৰে আনন্দ পাব তুমি ডাঙৰ মানুহ হ'ব পাৰিলে।

হেৰি ল'ৰা হালৰ লগত কথাকে পাতিয়েই থাকিবনে ? সিহঁতৰ জানো ভাগৰ লগা নাই। আহিয়ে চাহ অকণ অকণ খাই দুইটা গুলাই যোৱা। এতিয়া আপোনাৰ লেকচাৰ ওক। আহ মাজু

মইনা, বোপাই তুমিও আহা ভাত খোৱাছি। সুমঙ্গলকো ভাত দিছো কচোন মাজু মইনা।

## ছয়

ঐ গৌৰাঙ্গ ক্লাচ কৰিবলৈ নাযায়া নেকি? বাপ্‌ৰে বাপ এই ন বজালৈকে শুই কেতিয়া ক্লাছলৈ যাবি হয়।

শৈয়াল আজি মই ক্লাচলৈ নাযাওঁ বুজিছ, তই যা, মই মাত্ৰ Practical কৰিবলৈহে যাম।

তই নগ'লে ময়ো নাযাওঁ ভাই।

কি, গা ধুই এতিয়াহে আহিছ শৈয়াল?

নহয় অ', কালি তইতো দেখিছই মোৰ কিমান ৰাতিলৈকে টোপনি নাই।

থ, থ ময়ো, তঁহঁতৰ লগতে একেলগে টোপনি গৈছিলোঁ। মই এতিয়া বাচষ্টেণ্ডৰ পৰা আহিলোঁহে আৰু তহঁতৰ এটাই গা ধুইছ। এটা বিচনাত পৰিছ। কপাল ভাল তহঁতৰ বুজিছ। আজি তহঁতি ল'জ ত নহৈ হোষ্টেল ত থাকিবলৈ পালি।

ঐ গৌৰাঙ্গ নাযায় যদি ক ময়ো নাযাওঁ।

বাদদেৰে আজি ক্লাছ। শৈয়ালে মুৰটো টাৱেলখনেৰে মচি মচি পৰাণজীতলৈ চাই ক'লে।

ঠিক আছে তেন্তে আজি এটা কাম কৰোঁ আহ।

কি কাম।

অলপ গাজা পিটো আৰু ১২-১৫ হলেই Practical কৰিবলৈ যাম। তই যা গৌৰাঙ্গ, মুখখন অলপ ধুই আহ। মই বাক কেন্টেবীয়ালৈ বালুক পঠিয়াই চাহ তিনিটা অনাওঁ।

গাজা চাজা বাদ দে। যেইন্‌দি এভিয়া আমি তালময়ে B. Sc টো অনার্চ সহ পাছ কৰিব লাগিব। চা, মইতো ভাই পদাৰ্থ বিজ্ঞানত অনাৰ্চ ৰাখিছোঁহে হয়তো কিবা এটা Try কৰিব পাৰিম আৰু ল'ৰা তইতো কৈছিলি Agriculture পঢ়িম বুলি। Pre-degreeৰ কথাবোৰ বাদ। এতিয়া Degree টো ভালকৈ দে। Seat এটা নাপাবি নেকি আৰু।

বুজিছ শৈৱাল আগৰ উদ্যম আৰু নাই। যি হ'ব লগা আছিল হৈ গ'ল। এতিয়া মাত্ৰ B. Sc টো পাছ কৰি ক'ৰবাত কিবা এটা কৰাৰহে চিন্তা কৰিছোঁ।

আৰে ভাই B. Sc পাছ কৰি যিটো চাকৰি পাবি সেই কেইটা টকাৰে আজিকালি কেনেকৈ চলিবি ক। খুউব বেছি ধৰ, তই দুই তিনিটা বছৰ অকলশৰীয়াকৈ এটা মানুহ চলিবি। সদায়তো তই অকলে নাথাক। এদিনতো বিয়া কৰাবি।

বিয়া ? মই ? আৰে দোস্ত ! অমুকাই বিয়া নাপাতে কোনোদিন বুজিছ।

থ, থ, দেখিছোঁ তোৰ দৰে বহুত ডেকাৰ মুখৰ বাহাদুৰি।

চাই লবি ভাই। পৰাণজীতে নাপাতে কোনোদিনেই স্বয়ম্বৰ বুজিছ।

তই হে নাপাতো বুলি কৈছ। যদি তোৰ ঘৰৰ পৰা বিয়া পাতে।

ঠিক আছে। ঘৰৰপৰা বিয়া পাতিছে সঁচা। মই যে মত নিদিওঁ।

শৈৱাল আৰু পৰাণজীতৰ এই তৰ্কাতৰ্কি ইমান পৰে নিৰৱে শুনি থকা গৌৰাঙ্গই মাত লগালে—কি পৰাণজীত তই সঁচাকৈয়ে এইবোৰ কথা কৈছ নেকি ?

চা দোস্ত, তহঁতেই মোৰ একমাত্ৰ বন্ধু। আৰু মই তহঁতক কিয় মিছাকৈ কম। সঁচা, গৌৰাঙ্গ, যদি জীয়াই থাকোঁ এদিন দেখিবি তহঁতৰ বন্ধু পৰাণজীত সদায় একেদৰেই থাকিব।

তোৰ নিশ্চয় কিবা এটা ট্ৰেজেদী বৈ গৈছে পৰাণ। শৈৱালে পৰাণলৈ চাই ক'লে।

কি ট্ৰেজেদী থাকিব ভাই শৈৱাল। আছোঁ আৰু এটা জীৱন।

পৰাণ, মই কিন্তু নিবিচাৰো তোৰ এই হেন ধুনীয়া জীৱনটো তই এইদৰে কটোৱাতো।

ভুল নকৰিবি গৌৰাঙ্গ। মোৰ দেহটো হয়তো এটা হ'ব পাৰে। কিন্তু মোৰ মন, আত্মা আৰু হৃদয়ত বন্ধা আছে আৰু এটা আত্মা।

এইয়া তই কি ক'ব বিচাৰিছ পৰাণ। হাতখনত ধৰি শৈৱালে ক'লে।

মই মোৰ বিগত দিন এটাক মনলৈ আনিছোঁ বন্ধু।

তই কি ক'ব বিচাৰিছ পৰাণ সোনকালে নিসংকোচে কচোন।

কম, যি কম সঁচা কম। শুন তেতিয়া হ'লে।

চাহ লবে ভাই। ঐ বামু আৰু বিস্কুট চিস্কুট একো নাই নেকি?

বাদ দেনাৰে বিস্কুট। যা বামু যা। বিস্কুট নালাগে। গৌৰাঙ্গই ক'লে।

মই Pre-degreeৰ 2nd year ত থাকোঁতেই ঘৰলৈ গৈছিলোঁ। মনত আছে নিশ্চয় গৌৰাঙ্গ।

আছে। পূৰা আছে।

তাৰ পাছত আমাৰ Pre-degree পৰীক্ষা হ'ল। পৰীক্ষা দি আমি সকলো ঘৰাঘৰি গৈছিলোঁগৈ। নহয় জানো। Result ওলাল। তহঁতি আহি Hostel ত Seat ল'লিছি। কিন্তু মই জানো Result পায়েই আহিছিলোঁ?

নাই অহা। শৈৱালে ক'লে।

কিন্তু মোৰ হষ্টেল লৈ অহা দেখি তোৱা বুলি জানিও তহঁতে কোনেও মোক সোধা নাছিলি। কিয় মই দেৰি কৰি আহিছিলোঁ। আহিছিলো সঁচা। কিন্তু তহঁতৰ লগত আগৰদৰে হুলিগলি কৰাতো

মোৰ কমি গৈছিল নহয় নে গৌৰাঙ্গ ? তেতিয়া মই বন্ধুত্ব স্থাপন কৰিছিলো কিহত ? মদত।

বহুত ৰাতি মদৰ নিচাত আছি Hostel পাওঁতে চকীদাৰে মোক সোমাবলৈ নিদিয়ে। তেতিয়া মই কৰিছিলোঁ কি ডহঁতে জাননে ? তেতিয়া মই Wall পাৰ হৈ Hostel ৰ ভিতৰ সোমাওঁ।

—তই কিয় মদ খাইছিলি পবাণ কচোন ?

কৈ আছোঁ শৈয়াল শুন। মই কেতিয়া এই পৃথিৱীলৈ আহিছিলোঁ ক'ব নোৱাৰোঁ। কিন্তু ভালদৰেই মনত আছে। এদিন মই এই পৃথিৱীলৈ আহিছিলোঁ। মা, দেউতাক নেদেখিলোঁ। ডাঙৰ হৈছিলোঁ লোকৰ ঘৰত। যিজনে মোক ডাঙৰ দীঘল কৰিলে সেইজনক মই ককাইদেউ বুলি জ্ঞান কৰিছিলোঁ। কিন্তু নাজানিছিলোঁ বহুত দিনলৈকে যে মোৰ মা, দেউতাৰ কোনো চিন চাব নাই। দুঃখ কৰি লাভ নাই বন্ধু। তথাপি কেতিয়াবা জ্ঞান যৰ কিবাকিবা লাগে। মই তেতিয়া দশম মান শ্ৰেণীৰ ছাত্ৰ। হঠাৎ ককাইদেউ বেমাৰ পৰিল। বেমাৰ ভাল নহ'ল। এদিন ককাইদেউয়ে মোক এৰি গুচি গ'ল নিজৰ দেশলৈ। মই একেবাৰে অকলশৰীয়া হৈ গ'লো। এইবুলি পবাণে হুকহুকাই কান্দি উঠিল।

শুন পবাণ তই অকলশৰীয়া কেতিয়াও হ'ব নোৱাৰ। আমি আছোঁ নহয়। আমি তোক কেতিয়াও অকলশৰীয়া হ'বলৈ নিদিওঁ।

তাৰ পিছৰ কথাখিনি শুন। ককাইদেউৰ মৃত্যুৰ পিছত মোক যি ঘৰত ৰাখিছিল সেয়া ককাইদেউৰ মহাক মাহীয়েক। মাক মই এতিয়া মা, দেউতা বুলিয়েই জ্ঞান কৰিছোঁ। ককাইদেউৰ বিয়ালৈ মাত্ৰ চাৰি-পাঁচ মাহ আছিল। তেনেকুৱাতে সেই ঘটনাটো ঘটিল। কপাল ভাল লোকৰ ছোৱালীজনী নষ্ট হ'বলৈ নাপালে।

এতিয়া পিছে ছোৱালীজনী আছে নে নাই ? গৌৰাঙ্গই সুধিলে।

আছে। বৰ্তমান তাইৰ বিয়া হৈ গৈছে।

তাৰ পাছত ককাইদেৱে বিয়াৰ বাবে কৰোঙা সকলো বন্ধু আৰু মই থাকিলোঁহি মা-দেউতাৰ ঘৰত। সেইদিনা আছিল জন্মাষ্টমী। নামঘৰত তিথি পাতিছে। ঘৰৰ সকলো গ'ল নাম ঘৰলৈ। মই অৱশ্যে নগলো। কি মন গ'ল ক'ব নোৱাৰো। অজানিতে ককাই-দেউৰে ট্ৰাংকটো খুলিলোঁ। কেইখন মান উপন্যাস চকুত পৰিল। এনেনো লেখেৰা কিতাপ। কি কম। কিতাপ কেইখন পোৱাৰ পাছত আকৌ দুখনমান পাম বুলি বাকচৰ ভিতৰৰ বস্তুবোৰ লুটিয়াই বগৰাই চাওঁতে হঠাতে ককাইদেউৰ ডায়েৰীখন পালোঁ। মই অৱশ্যে লোকৰ ডায়েৰী পঢ়াত নাই। তথাপি মৃত ককাইদেউৰ ডায়েৰীখন পঢ়িলোঁ। তাত লিখা আছিল—চনতো অৱশ্যে অমুজ্জ্বল হৈ আছিল সম্ভৱ কেনেবাকৈ মচি গৈছিল। তাত এইবুলি লিখা আছিল যে—( পৰাণজীত ) মোৰ জন্ম·· চনত। মা আছিল অসমীয়া। অসমীয়া গাভৰু। কিন্তু দেউতা পাহাড়ী জাতি। তথাপি দেউতাই মাক বিয়া কৰালে। বিয়াৰ তিনি বছৰৰ পিছত মোৰ জন্ম হ'ল। কিন্তু কি হ'ব। দেউতাৰ হাতত তুলি দিয়েই মায়ে চকু মুদিছিল।

মায়ে হয়তো বহুত আশা কৰিছিল। কিন্তু মাৰ আশা দেউতাই শেষ কৰি দিলে। দেউতাই মোক ককাইদেউক দান কৰি এৰি থৈ গুচিগ'ল কৰবাল। মাৰ মুখখন নেদেখিলোঁ। মাতৃ স্নেহ নাপালোঁ যদিও মোৰ আক্ষেপ নৰ'ল। কিন্তু দুঃখ এটা চিৰদিনলৈ মোৰ থাকি গ'ল, কিয়নো দেউতাই মোক পিতৃ পৰিচয় নিদিলে। কিয় নিদিলে দেউতাই ? মাক দেউতাই ভাল পাই বিয়া কৰাইছিল। মাক দেউতাই অজস্ৰ মৰম কৰিছিল। মা ঢুকাল যদিও দেউতাই মোক সাৱটি লব লাগিছিল। মোক লৈ জানো দেউতাই মাৰ স্মৃতি জীয়াই ৰাখিব নোৱাৰিলেহেঁতেন ? দেউতাৰ ইমান চেনেহৰ পত্নীৰ দান মই নাছিলো জানো ? চা শৈৱাল তইঁতি এতিয়া ঘৰলৈ গ'লে তইঁতৰ মা দেউতা আছে। ভবিৰ পৰা তইঁতৰ মূৰলৈকে চাই। কিন্তু মোক সেইদৰে কোনে চাব ক ? নৈৰ পানীৰ জুমুলিত থকৃথকৃকৈ কপি থকা

নলখাগৰী ভালৰ নিচিনা মোৰ জীৱনটো। অৱশ্যে এইটো সঁচা যে পোৱা নোপোৱাই মানুহৰ জীৱন। জান গোঁসাই, মোৰ জীৱনটো এটা বিৰাট পাপ। আজন্ম সুখৰ মুখ নেদেখা, দুৰ্ভাগীয়াজনে জীৱনক, অজয়ক আৰু নো কি বুলি ভাবিম কচোন। জীৱনৰ যিটো সময়ত নিজক গঢ়াৱা, ভবিষ্যত গঢ়াৰ কিবা এটা কৰাৰ সময়, তেতিয়া জীয়াই থকাৰ নিম্নতম প্ৰয়োজনখিনি—এমুঠি ভাত, এ যোৰ কাপোৰৰ বাবে সংগ্ৰাম কৰি থাকোঁতেই নিজৰ সোণালী সপোনবোৰ ভাঙি চুৰমাৰ হৈ যায়। গতিকে সাৰ্থকতা নো ক'ত?

ঐ তহঁতি দেখোন আজি তিনিটাৰ এটাও ক্লাচলৈ নগলি কি হ'ল?

বহচোন অজয়। বহ বিচনাতে বহ। আজি গা ভাল নাই, সেয়ে নগলোঁ।

আও তিনিওটাৰে বেয়াৰ একেদিনাখনতে হয় নেকি?

নহয় অ' এটা নগ'লে বাকীবোৰে মন নাযায়। সেয়ে নগলোঁ বুজিছ।

প্ৰেক্টিকেল কৰিবলৈ বাকিনে নাযায়?

সময়ত দেখিবি নহয় শৈৱালে অজয়লৈ চাই ক'লে।

ঠিক আছে মই যাওঁ ভাই। ভাত খোৱাই নাই।

অজয় ওলাই যোৱাৰ লগে লগে শৈবালে দুৱাৰখন জপাই দিলে।

ক পৰাণ।

কি কৈছিলোঁ…ৰ। অ' যদি ইতৰ জীৱ-জন্তুৰ দৰে দুবেলা দুসাজ খাই জীয়াই থকাটোৱেই যদি জীৱনৰ বাস্তৱ ৰূপ হেন্তে সি সাৰ্থকতা লাভ কৰিব। কাৰ ওপৰত নো ক্ষোভ কৰিম। সেয়েহে মনৰ অব্যক্ত বেদনাখিনি গুজৰি গুমৰি আপোন হিয়াতেই শেষ কাৰ পেলাইছোঁ। তাৰ প্ৰতিধ্বনি কোনে শুনিব…?

দূৰ প্ৰশান্ত মহাসাগৰৰ মাজনিশাৰ অশান্ত কল্লোলৰ নিচিনাকৈ ই থাকি থাকি অন্তৰতে মাৰ গৈছে। এই সুৰবোৰ শুনিবৰ কোনেও কাহানিও। আবেগ প্ৰৱণতাক আশ্ৰয় নিদিও বুলিলেও, কেতিয়াবা

অলপ আবেগিক হৈ পৰোঁ। বন্ধু। অৱশ্যে পোৱা নোপোৱা, দুখ, সুখ, আনন্দ বিষাদ আদি এইবোৰেই যদিও জীৱন, তথাপি এটা ইকুৱেল ডিচট্ৰিবিউচন হ'ব লাগে। হয়নে নহয় ক? তাৰ পাচত এতিয়া শুন মোৰ আচল কথাটো।

Pre-degree ৰিজাল্ট ওলোৱাৰ বহুত দিনৰ পিছতহে মই কলেজলৈ আহিছোঁ। নহয় জানো? তাৰ মানে মোৰ বিপদ হৈছিল। মা—দেউতাৰ ডাঙৰজনী ছোৱালী বিয়া হৈ গৈছিল। সৰু পুতেক এজন আছে এতিয়াও। মা—দেউতাই কিবা এৰাৰ ক'বই। কিয়নো মইতো তেওঁলোকৰ কোনোৱেই নহওঁ, অথচ মোক পিন্ধিবলৈ দিছে—খাবলৈ দিছে। ল'ৰাটোৱেও (মানে ভাইটিটোৱে) মাজে মাজে বৰ বেয়াকৈ কয়। অৱশ্যে মই খাইছিলোঁ। যদিও এনেয়ে খোৱা নাছিলো। মই মা-দেউতাহঁতৰ এটা চাকৰৰ অভাৱখিনি পূৰণ কৰি আছিলোঁ। বুঢ়াজন বৰ ভাল আছিল। মোক পঢ়ুৱাইছিলো। পঢ়াত মই বৰ বেয়া নাছিলোঁ। ক্ৰমে ক্ৰমে বুঢ়াই মোক নিজৰ ল'ৰাৰ দৰেই মৰম কৰিছিল। সেয়ে ইয়ালৈও পঠাই দিলে পঢ়িবলৈ। কিন্তু কি হ'ব বিয়া দিয়া জীয়েকজনী আহি মাজে মাজে মোৰ কথা উলিয়ায়। লোকৰ ল'ৰা কি দৰকাৰ পঢ়ুৱাবলৈ, ইমান টকা খৰচ কৰি। ইত্যাদিবোৰ কথাত বুঢ়াও ভুল গ'ল। সেয়ে মোক উলিয়াই দিলে সেইখন ঘৰৰ পৰা। ওলাই যাবি ক'ত? গাঁৱৰে মানুহ এখৰত ককাইদেউৰ বন্ধুবোৰ গটাই মেলি থৈ অহাৰ বাবেই মই হোষ্টেললৈ দেৰিকৈ আহিছিলোঁ বুজিছ। এতিয়া মোৰ ক'তো স্থান নাই। সেয়ে ইয়াত থাকোঁতেই চাকৰি এটা ল'ব লাগিব। সিদিনা সেয়ে। ট্ৰেন্স পৰ্ট আফিচলৈ গৈছিলোঁ।

মানুহজনক লগ কৰিলোগৈ।

মানুহজনক তই আকৌ কেনেকৈ চিনি পালি?

চৌমাভিলা হোষ্টেলত এদিন কেইজন মান ল'ৰাৰ তৰ্কাতৰ্কি হৈছিল। ক্ৰমে সিহঁতৰ মাজত কাজিয়া আৰম্ভ হৈছিল। তেওঁলোক

কিন্তু অসমীয়া নাছিল। কাজিয়াৰ সূত্ৰপাত হোৱাত মৰেই প্ৰথমে ওচৰ চাপি গৈ সিহঁতক বুজাবলৈ ধৰিলো। মোৰ কথামতেই কিন্তু বেচেৰা ল'ৰা কেইজন নিজ নিজ ঠাইলৈ গুচি গৈছিল। ঠিক সেই সময়তে এজন মানুহে মোক মাতিছিল আৰু বহুত কথা পাতিছিল। সেইজনেই মানুহ। যিজনৰ ওচৰলৈ মই আজি গৈছিলোঁ।

ঠিক আছে পৰাণ, তই চাকৰিৰ চেষ্টা কৰিছ কৰি থাক। মনত ৰাখিবি, তোৰ বাবে আমি জীয়াই আছোঁ। এটা কথা পৰাণ, তোক চা ইমান দিন মা-দেউতাই পিন্ধালে, খুৱালে, ডাঙৰ দীঘল কৰি আজি হঠাৎ এইদৰে ঘৰৰ পৰা উলিয়াই দিলে। অৱশ্যে নিজৰ জীয়েক বা পুতেকেই নকওঁক কিয়—ইমান দিনে বুজাৰ এটা সুস্থ জ্ঞান আজি এজনী উলিয়াই দিয়া জীয়েকৰ কথাতে সজলি হৈ তোক ঘৰৰ পৰা উলিয়াই দিবনে? নিশ্চয় কিবা এটা কাৰণ থাকিব লাগিব।

গুড্, ভেৰী গুড্ পইণ্ট মাই ফ্ৰেণ্ড শৈবাল। আজি তেন্তে বাকি ৰাৰ বাকিৰ মোৰ কাহিনী শেষ হ'বলৈ হ'লে। এতিয়া শুনি যা মাত্ৰ, তইঁতি। নৱমমান শ্ৰেণীৰ ছাত্ৰ তেতিয়া মই ককাইদেউৰ সৈতে গৈছিলোঁ টুৰালৈ। ভালদৰেই মোৰ মনত আছিল। আবেলি আমি ফুৰিবলৈ ওলাই গৈছিলোঁ। কলৈ কিয় গৈছিলো নাজানো। কিন্তু গৈছিলো বহু বাট। জানইতো পাহাৰীয়া ঠাই কেনেকুৱা হ'ব। ভাগৰো লাগিছে। তাতে ঠাণ্ডাও পৰিছিল। ককাইদেউ আৰু চাহ খোৱাত বৰ পাকৈত। গ'লোঁ পাহাৰৰ ওপৰলৈ উঠি। সৰু দোকানখনতে সোমাই চাহ দুকাপ বিচাৰিলে ককাইদেৱে। অলপ পৰৰ পাছতে সৰু ১৩।১৪ মান বছৰীয়া ছোৱালীজনীয়ে দুপিলাত চাহ দি গ'ল। তিতৰলৈ যাওঁতে তাই আমালৈ খুউব ঘূৰি ঘূৰি চাইছিল। ককাইদেউৰ কেনে লাগিছিল মই নাজানো। কিন্তু মোৰ হ'লে মনটো হঠাৎ কিবা হৈ গৈছিল। কিয়নো দোকানী বৰ নেপালী মানুহ। কিন্তু আমাক চাহ দিয়া ছোৱালীজনী মোৰ অসমীয়া, মানে আমাৰ উজনি অসমৰ ছোৱালী যেন লাগিছিল। কৌতুহল মনাৰ দোকানি

এবাৰ তাইৰ নামটো কি বুলি সোধাত তাই মুখত আঙুলি দি মোক মনে মনে থাকিবলৈ ইংগিত দি ভিতৰলৈ সোমাই গ'ল। প্ৰায় ৫।৬ মিনিটৰ পিছত ছোৱালীজনী ওলাই আহিছিল তামোল দুখন লৈ। আৰু তেতিয়াই তামোল দিয়াৰ চলতে তাই কাগজৰ টুকুৰা এটা আমাৰ আগত পেলাই গৈছিল। ককাইদেৱে এবাৰ মোৰ মুখলৈ আৰু এবাৰ ছোৱালজনীলৈ চাইছিল। মই কিন্তু ককাইদেউৰ ভাষাক বুজিবলৈ অকণো চেষ্টা নকৰি অতি সন্তৰ্পণে কাগজ টুকুৰা ললোঁ। ককাইদেৱেও চাহৰ দামটো দি থিয় হ'ল। ওলাই আহিলোঁ আমি। পাহাৰৰ পৰা নামি ২০ হাত মান তলত বৈ কাগজটুকুৰা খুলি পঢ়িছিলো। তাত মাত্ৰ লিখা আছিল—

ককাইদেউ আপোনালোকে মোক উদ্ধাৰ কৰক সোনকালে। —"যাজিমা"

আচৰিত আচৰিত লাগিল। এজনী চাহৰ দোকানত কাম কৰা ছোৱালীয়ে ইমান সুন্দৰকৈ নিখুত অসমীয়াত লিখিব পাৰিছে। ঘৰলৈ ( মানে আমি টুৰাত যাৰ ঘৰত আছিলো সেয়া ককাইদেউৰ বন্ধু ) আহি ককাইদেউ, মই আৰু ককাইদেউৰ বন্ধু, ৰবদা আলোচনাত বহি গ'লোঁ। চিন্তা হ'ল কেনেকৈ ছোৱালীজনী উদ্ধাৰ কৰিব পৰা যায়। পিছদিনা আবেলি আমি তিনিওটা আকৌ গ'লো। সেইদিনা কিন্তু দোকানলৈ ৰবদা অকলেহে গ'ল। আমি পাহাৰৰ দাতিতে বহি থাকিলোঁ। ৰবদাই যাজিমাক আমি দি পঠিওৱা চিঠিখন দি থৈ আহি আমাৰ ওচৰতে বহিলহি। কিছু বেলিৰ পিছত ছোৱালীজনী আমি মাতি পঠিওৱা মতেই আমাৰ আগত ওলালহি। তাই কৈছিল:

প্ৰায় ৭।৮ বছৰতেই তাইক এই নেপালী মানুহ ঘৰে ধৰি লৈ আহিছিল। তাই স্কুলৰ পৰা পানীখোৱা ছুটিত ঘৰলৈ আহি থাকোঁতে। তাইৰ মাক দেউতাকৰ নাম কৈছিল আমাক। কিন্তু তাইৰ ঠাইডোখৰ তাই পাহৰিলে।

তাৰ পাছত তাইক আমি কৈছিলো। তাই কাইলৈ এই

ঠাইলৈ আহিব আৰু আমি লৈ যাম। ভাই কৈছিল। কাকা কাকী হালক ভাই হেনো খবৰ লুবিবলৈ যাওঁ বুলি কৈছে আমাৰ ওচৰলৈ আহিছে। সেইদিনা সেইদৰেই গ'ল। ঘৰত আমাৰ খোৱা বোৱা শেষ কৰি শুবলৈ বিচনাত পৰিলোঁ, কিন্তু টোপনি হ'লে কাৰো নাহিল।

তৃতীয় দিনা আমি গৈ আগত কৈ থোৱা মতেই যাজ্ঞিমাক উদ্ধাৰ কৰিলোগৈ। এতিয়া সমস্যা হ'ল উদ্ধাৰ কৰিলেইতো নহ'ব: এজনী গাভৰু ছোৱালীৰ দায়িত্ব বোলা বস্তুতো বৰ গুৰুত্ব কথা। ককাইদেৱে বহুত দিন বহুত খবৰ কৰিলে। কিন্তু সকলো মিছা। যাজ্ঞিমাৰ মাক দেউতাকৰ কোনো শুং সূত্ৰ নাপালে। অৱশেষত গাই হৈ পৰিল আমাৰ ভনী। ককাইদেৱেই তাইকো চাব লগা হ'ল। মই ঘৰতে তাইৰ কিছু পঢ়া-শুনা কৰাৰ ব্যৱস্থা কৰি দিলোঁ। মুঠতে তাই গ্ৰেজুয়েট নহলেও এজনী শিক্ষিতা ছোৱালী হৈ পৰিল। ভনী দেখাত সঁচাই ধুনীয়া। ককাইদেৱে নিজৰ অফিচৰে এজন ডেকাৰ লগত খুউব সোনকালে তাইৰ বিয়া বন্দোবস্ত কৰিলে। কিন্তু কি হ'ব। ককাইদেৱে তাইৰ সুখৰ সংসাৰখন নেদেখিলে। মা, দেউতাৰ ঘৰত মই আৰু ভনী থকা হমাহমান হওঁতে ককাইদেৱে ঠিক কৰি থৈ যোৱা ল'ৰাজনৰ লগত ভনীক মই বিয়া দিলোঁ।

এতিয়া পিছে ভাই ক'ত আছে ? (গৌৰাঙ্গ আৰু শৈৱালে সুধিলে)

তাই এতিয়া মৰিয়্মপিত আছে। এতিয়া তাই বৰ সুখত থাইছে। ছুটা ল'ৰা। কালি তাইৰ পৰা চিঠি এখন পাইছো। চাচোন এইখন বুলি, পৰাণজীতে গাভৰু তলৰ পৰা ভনীয়েকৰ চিঠিখন উলিয়াই আনিলে।

চেনেহৰ, ককাইদেউ,

মোৰ স্নেহ শ্ৰদ্ধা ল'বা। বৰ্ত্তমান আমি ভালে আছোঁ। অশোকৰেঁ।নেদেখাজনে তোমাকো কুশলে বাখিছে। ককাইদেউ, তুমি বৰ বেছি চিন্তা নকৰিবা। ভালদৰে পঢ়াচোন। যি যঁত লাগে

মই দিম। বিকি আৰু অপুৱে সদায় মামা মামা বুলি তোমাকে চিঞৰে। বিহুত আহিবা। তুমি নাহিলে মই বৰ দুঃখ পাম। বিকিৰ দেউতাকেও তুমি আহিবা বুলিয়েই ভাবি আছে।

মই এড়ি চাদৰ দুখন লগালোঁ। এখন তোমালৈ থৈ দিছোঁ। বিহুৰ কাৰণে গামোচা কেইখন মানো লগাইছোঁ। শালতে আছে। ৰবই পৰা নাই। অপুয়ে বৰ দিগদাৰ দিছে। বিকিক স্কুলতো দিব লাগে। তুমি আহিলেহে তাক স্কুলত নাম ভৰ্ত্তি কৰাবগৈ লাগিব। বেছি নিলিখোঁ। তুমি আহিবা দেই ককাইদেউ।

ইতি

তোমাৰ ভনীয়েৰা

( যাজিমা )।

সেয়ে জ্ঞান বন্ধু মই বিয়া নকৰালেও সুখী। মোৰ ভনীৰ সুখ দেখি কিমান আনন্দ পাইছোঁ। তইঁতি এদিন একোখন ঘৰ পাতিবি। তেতিয়া তইঁতৰ সুখ দেখিলেই মই সুখী হ'ব পাৰিম বুজিছ। মোৰ বস্তু বাহানি মানে ককাইদেউৰ বস্তুখিনিও বিহুৰ বন্ধুতে গৈ লৈ আহি ভনীৰ ঘৰত থৰগৈ লাগিব।

কেলৈ তইতো ভনীৰ ঘৰতো থাকিব পাৰিলিহেঁতেন ?

থাকিব পাৰি বুজিছ। কিন্তু দেউতাই যে মোক ইমান বিশ্বাসত ভৰণ পোষণ দিছিল। কেনেকৈনো জানিবি হঠাতে এনে হ'ব বুলি। এনে নহ'লেহেতেঁন। ভনীৰ বিয়াৰ পিছত তাতেই আছিলতো, তেতিয়া মই ঘৰত বেহা-বেপাৰো কৰিছিলোঁ। দেওবাৰে দেও বাৰে। মুঠতে দেউতাহঁতৰ বাম খেতি, দ খেতি মৱেই কৰোঁ। বাম খেতি দেওবাৰে হাটলৈ লৈ যাওঁ। ঘূৰি আহোঁতে ভনীলৈ কিবা কিবি কিনি আনো। তাকে দেখি দেউতাৰ সেই বিয়া দিয়া জীয়েক ( বিজয়া ) ভনীয়ে দেখিব নোৱাৰে। হাজাৰ হলেও যাজিমা মোৰ ভনী। ভাইৰ যদি মাক-দেউতাক থাকিলহেঁতেন ; তেতিয়া বেলেগ কথা। এতিয়াতো মোৰ বাহিৰে ভাইৰ কোনোৱেই নাই। হয় নে নহয় ক ?

কেলৈ নহয়? তই ভালেই কৰিছ। বেচেৰী ছোৱালীজনী যে চাচোন। ঐ পৰাণ, তোৰ জনীয়েকক বনলৈ আমাকো নামাতি নেকি?

## সাত

ক্রি···ৰিং, ক্রি···ৰিং।

অ' তুমি।

গুড্ ইভিনিং চাৰ।

গুড্ ইভিনিং, গুড্ ইভিনিং। আহা, ভিতৰলৈ আহা। বহাচোন দেই।

হয় চাৰ।

ৰাণী মা। অ' ৰাণী মা।

কি কৈছা পাপা?

এইফালে চোৱাচোন কোন আহিছে।

বাঃ বাঃ শান্তনুদা। তুমি আহি মনে মনে বহি আছাহি। মই তোমাক বেয়া পাইছোঁ। কিয় তুমি মোক নামাতিলা?

বাৰু এইবোৰ বাদ দিয়া ৰাণী। এতিয়া কোৱাচোন পৰীক্ষা কেনেকুৱা কৰিলা? প্ৰথম হ'ব পাৰিবানে নোৱাৰা?

বাঃ তুমি একেবাৰে প্ৰথম হোৱাটোকে সুধিলা। কোৱাচোন শান্তনুদা, তুমি কিয় ইমান দিন অহা নাছিলা?

কেনেকৈ আহিম কোৱা? তোমাৰ H. S L C পৰীক্ষা চলিছে। মই আহি আকৌ তোমাক ডিচটাৰ্ব···।

শান্তনুদা, তুমি কিয় তেনেকৈ কৈছা। তুমি নাহিলে যে মোৰ অলপো ভাল নালাগে।

নহয় চোৱা ৰাণী, তোমাৰ পৰীক্ষাৰ সময়ত পঢ়াটোহে মেইনলি কৰিব লাগে। গান গোৱাটো···।

গান গোৱাটো চেকেণ্ডেৰী নহয় জানো শান্তনুদা ?

হা···হা···হা···। শান্তনু আৰু ৰাণীৰ প্ৰাণ খোলা হাঁহিত ৰাণীৰ মাক ওচৰ চাপি আহিল। মা চোৱানা শান্তনুদাই কৈছে মোৰ পঢ়া-শুনাত ডিচটাৰ্ব হ'ব বুলিয়েই হেনো আমাৰ ঘৰলৈ এই কেইদিন নহাকৈ আছে।

হয় নেকি ? নক'বা আৰু এই কেইদিন এইজনী একেবাৰে তোমাৰ কথা কৈ কৈ পাগল। বাৰু ৰাণীমা, আজিতো আমি পাৰ্টিলৈ যাব লাগিব। তুমি ওলোৱাচোন।

ই মই নাযাও মা। শান্তনুদাৰ লগতে থাকিম। আজি শান্তনুদা আমাৰ ঘৰতে থাকিব লাগিব।

ই থাকিব নোৱাৰিম নহয় ৰাণী। তুমি মাহঁতৰ লগত যোৱা, নিমন্ত্ৰণ ৰক্ষা কৰিব লাগে।

ইচ নহব দিয়া। মাহঁতে নিমন্ত্ৰণ ৰক্ষা কৰিব। মই নাযাওঁ। তুমি ইমান দিন নহাকৈ আছা আজি তোমাৰ লগত বহুত কথা পাতিম। ধেমালি কৰিম।

ওহোঁ নহ'ব ৰাণী, ৰাতি হ'লে মোক হোষ্টেলত সোমাবলৈ নিদিব। চকীদাৰে গেট খুলিয়েই নিদিব।

কি হ'ল ৰাণী, তুমি দেখোন কাপোৰ কানি পিন্ধাই নাই।

মই নাযাওঁ মা। শান্তনুদা ইমান দিনৰ মূৰত আহিছে মই কেনেকৈ বাৰু শান্তনুদাক এৰি যাম।

নকৈছোঁ আৰু এই ছোৱালীজনীয়ে তোমাক লৈ ইমান পাগলী কিয় ক'ব নোৱাৰোঁ। পৰীক্ষাৰ কেইদিন তাইৰ মন অলপো ভাল নাই জানা। তাইতো এতিয়া সৰু ছোৱালী নহয়। খুউব কম বয়সতে মেট্ৰিক দিলেও তাইৰ এতিয়া পোন্ধৰ বছৰ হৈছে।

শুনিছা এটা কাম কৰা, ৰাণীমাৰ কথা তুমিতো মাকজনী হৈ নজনীকৈ থকা নাই। তাই যাবলৈ মন কৰা নাই যেতিয়া জোৰ কৰিব

নালাগে। পাৰ্টিলে তুমিও যাব নালাগে। মই অকলেই যাওঁ। শান্তনু তুমি থাকিবা। শুনিছা—মই আহিলোঁ।

পাপা তুমি সোনকালে আহিবা। আৰু এটা কাম কৰিবা। শান্তনুদা আৰু মোৰ বাবে তুমি চিঙৰা লৈ আনিবা।

অ' আপুনি পাৰিলে স্তোভৰ ফিটা লৈ আনিব। চিলিণ্ডাৰ শেষ হ'ল। আজি ষ্টোভতে ভাত ৰান্ধিব লাগিব।

তুমি পিছে এই গোটেই দিনটোত কি কৰিছিলা? এই ইমান দীঘল দিনটোৰে তোমাৰ খবৰ নহ'ল যে গেছ শেষ হ'ল বুলি ক'বলৈ। মই বা কিমান সময়হে আছি পাওঁ আৰু তুমি ভেণ্ডিয়ালৈকে ভাত ৰান্ধিবলৈ বৈয়েই থাকিবা নেকি?

আপুনি ইমান খং কৰিছে কিয়? মইতো কোৱা নাই যে ফিটা আনিবই লাগিব, পাৰিলেহে আনিবলৈ কৈছোঁ। এতিয়া স্তোভতে ভাত ৰান্ধিব পাৰিম।

ঠিক আছে তুমি এতিয়া যেনে তেনে চলাই দিয়া, পুৱাৰ ব্যৱস্থা মই কৰিম।

শান্তনু তুমি নহা। মই ভাতৰ যোগাৰ কৰোঁগৈ।

মা, আপুনি মোৰ বাবে একো নকৰিব। মই ভাত খাবলৈ বব নোৱাৰিম।

ইছ নহ'ব নহ'ব শান্তনুদা। আজি তুমি আমাৰ ঘৰত ভাত খাবই লাগিব। আজি তুমি থাকিব লাগিব। যাব নোৱাৰিবা।

নহয় ৰাণী, মই থাকিব নোৱাৰিম। চোৱা, মোৰ বাবে ভাত ৰাখিব। আৰু মোৰ বন্ধু সপোনে অকলে অকলে থাকি বেয়া পাবতো। সেয়ে মই যাবই লাগিব।

শান্তনুদা, তোমাৰ বন্ধুজনৰ নামটো কি ক'লা?

সপোন, সপোন বৰা।

বাঃ ইমান ধুনীয়া নাম। স...পো...ন। মনতে কিয় এটা ভাৰি ৰাণীয়ে শুনাবলৈ চাই আছে।

কি হ'ল ৰাণী ওপৰলৈ কি চাইছা ?

অ নহয়। তোমাৰ বন্ধুজনৰ নামটো ইমান ধুনীয়া। ল'ৰাজনো হয়তো কম ধুনীয়া নহ'ব।

ওঁ ৰাণী সপোন খুউব ধুনীয়া।

তুমি আমাৰ ঘৰলৈ লৈ আহিবাচোন হঁ।

ৰাণীৰ কথা শুনি শান্তনু মনে মনে বহি থাকিল। বহুত পৰ মাতবোল নাই।

কি হ'ল শান্তনুদা ইমান চুপচাপ বহি পৰিলা ? কথা কোৱানা।

কি কম ৰাণী ?

তুমি যি ভালপোৱা তাকেই কোৱা।

শুনা ৰাণী তোমাক কথা এষাৰ কবলৈ আছে কি···স্তু। কবলৈ ভয় লাগিছে।

কি মোক কথা কবলৈ ভয় লাগিছে তোমাৰ।

ওঁ ৰাণী। ভয় লাগিছে। মইতো তোমাক একো নকওঁ।

কোৱানা।

এতিয়া নহয় ৰাণী।

কেতিয়া হ'ব ?

আজৰি দিন এটা পালে কম। ইমান লবালবিকৈ ক'ব নোৱাৰিম।

ইছ, তুমি আক বন্ধৰ দিন এটা ক'ত পাবা ? মোক এতিয়াই ক'ব লাগিব। মই নামানো। তুমি যদি এতিয়াই মোক নোকোৱা তেন্তে আজি মই তোমাক যাবলৈ নিদিওঁ।

যাব নিদিয়া ?

নিদিওঁ।

সঁচাকৈনে ?

মিছাকৈ নকয় মিছ ইৰাণী চৌধুৰীয়ে।

বাঃ বাঃ, আমাৰ ৰাণী ওআকে মিছ ইৰাণী চৌধুৰী আজিকালি···।

কি হ'ল তোমালোকৰ হয়। ৰাণীমাৰ দেখোন মুখখন ফুলি আছে।

নহয় মা আজিকালি ৰাণীমা নহয়। আজিকালি মিছ ৰাণী চৌধুৰী।

—বাক এতিয়া এইবোৰ খং বাগ বাদ দিয়া চাহ অকণ অকণ খাই লোৱা।

সাউৎ কৰে উঠি ৰাণী একেবাৰে গৈ শোৱা কোঠাত সোমাই বিচনা পালেগৈ। হাজাৰ চেষ্টা কৰিও মাকে মাত এষাৰ উলিয়াব নোৱাৰিলে।

—ৰাণী তুমি মোক বেয়া পালা? উঠা ৰাণী চাহ খাবলৈ।

নুঠা যদি মই তোমাক নামাতিম আৰু। মই তোমালোকৰ ঘৰত ভাতো নাখাম। এতিয়াই গুচি যাম। ৰাণী, চাওঁ মোৰ ফালে চোৱাচোন এবাৰ। ঠিক আছে নালাগে চাব। মা আজি আৰু ৰাণীৰ মাত উলিয়াব নোৱাৰিম। এতিয়া ৭ বাজিলেই মই এতিয়া যাওঁগৈ। নহ'লে লগৰটোবো অভিমান ভাঙিবলৈ টান হব।

কেলৈ, ভাত খাই যোৱা।

নহয় মা, এতিয়া ভাত নাখাওঁ। কাইলৈ বন্ধৰ দিন কাইলৈ পাৰিলে এবাৰ আহিম।

নোখোৱা যদি যোৱাগৈ। পিছে পোনে পোনে ছাত্ৰাবাসলৈ যাবা দেই। দেশৰ গতি দেখিছাই। পুলিছ, চি, আৰ, পি মখাৰ যিহে উৎপাত। দোষী নির্দোষী একো নাচাই মাত্ৰ সিহঁতৰ লাঠি কেটডাল এবাৰ উঠাবলৈ পালেই হ'ল।

নাই মা, মই অইন ক'তো নবওঁ। চিধা ছাত্ৰাবাসলৈ যাম।

গেটখন পাৰহৈ শান্তনুৱে গম্ভীৰ খোজেৰে আগবাঢ়িল হোষ্টেল অভিমুখে—ৰাণীজনীৰ যে আকৌ অভিমান! তাই মোক বেয়া পালে নেকি বাৰু? যাওঁক বেয়া পালেও কাইলৈ ভাল পাব। ঐ বিক্সাৱালা। শান্তনুৱে বাটেদি গৈ থকা বিক্সাৱালা এটাক চিঞৰিলে।

কাহা যায়েগা ভাই।

থ'বা হোষ্টেল কা সামনে পৌছা দিজিয়ে ভাই।

আভিভো সাভ বাজ গিয়া। বাত্তি ভি নেহি গাড়ী মে। পুলিচ-ৱালাচব বহুত বেইমান হাই ভায়। মেইনহি যাওঁগা।

আবে ভাই কুছ নহি কবেগা। চ'লনা। নেহি ত' মেৰা হোষ্টেল ভি বনদ হ যায়েগা।

থিক হে ভাই, দু ৰূপয়া লাগ যায়েগা।

কিয়া? দু ৰূপয়া।

হাঁ, জি।

ও হোঁ মেতো দু ৰূপয়া নেহি ডেংগে। আপকী গাড়ী কা বাত্তি নেহি ইচলিয়ে মেইনে আপক দশ ৰূপয়ে ডেঙ্গে। বাত্তি খৰিদকে লিয়ে, লোকন জাদা ভাড়া কভি নেহি ডোংগা। আপ চলনা হে'ত চলিয়ে, অগৰ নেহি চলনা হেত' কই জৰুৰত নেহি হে।

উঠলিজিয়ে ভাই উঠালজিয়ে। কিয়া কৰো। পুলিচ আদমীচব বহুত জাদা বেইমান হো গিয়া। কাল একথো বিক্সাৱালকো জেইল মেলে চলা।

হাঁ। থিক হেই ভায়, থেৰ থেৰ। ইয়ে হাই হোষ্টেল। পেন্টৰ পকেটৰ পৰাই শান্তনুৱে বিক্সাৱাসাটোলৈ ভাড়া আগবঢ়ালে। হু···হু হু·· হু···লাল···লা···লা লা কি হ'ল বে বামু? এই ৭-৩০ তাতে যে গেটত তলা লাগিল। খোল খোল জলদি খোল।

আবে তইঁতক কৈ দিছো ৭ বজাৰ পাছত গেট বন্ধ থাকিব।

আবে, ভাই আজি নকবি আৰু যি গবৰৰ হৈ প'ল। গাজা পিছত টানিবি, আগে তলা খোল। নহলেতো এতিয়া খেল খতম হৈ যাব।

ৰ কি খেল খত্‌ম হ'ব। নহ'ব তইঁতৰ খেল খত্‌ম। তইঁতি খালি মাৰ বাপেৰৰ টকা চেচ কৰিছ। ইয়াত খালি চিনেমা কৰিবি।

যা আৰু চাবি কোনোদিন ৭ বজাৰ পাছত গেট খুলি নিদিম।

আবে গাজা টান, গাজা টান।

সুঁহুৰিয়াই, সুঁহুৰিয়াই শান্তনু আগবাঢ়িছে নিজৰ কোঠালৈ। কিবে ধুনীয়া লাগে। ঠাণ্ডা নিজৰ ৭-৮ বজাতে যাতি বহুত হোৱা যেন লাগিল

শান্তনুৰ। দীঘল কৰিডৰটোৰেদি গৈ শান্তনুক খোজ কেইটা পেলাই শান্তনু গৈ থাকি নিজৰে ভাক কোনোবা হিন্দী ছবিৰ নায়ক নায়ক যেন লাগিল। কৰিডৰটো প্ৰায় আধা কিলোমিটাৰ মান হ'ব, শান্তনুৱে কমটো পাবলৈ। মাজে মাজে ১ একোটা লাইট জ্বলা নাই। হোষ্টেলৰ মুকলিমুৰীয়া পৰিবেশত ভেকাইতে বাহাদুৰি দেখুৱাই মাজে সময়ে দুই এটা বাল্ব নভঙাকৈ থকা নাই। লাইটৰ পোহৰত দুই এবাৰ মাজে মাজে শান্তনুটো জিলিকি উঠে। আকৌ লাইট নথকা ঠাইডোখৰ পালেই আন্ধাৰত হেৰাই যায়।

কি বে ভাই কৰ পৰা ইমান ৰাতি ?

ইমান ৰাতি মানে ৮ বাজিবলৈ ৪০ মিনিট বাকী। কিয় ৭ বজাতেই হোষ্টেলৰ ল'ৰাবোৰৰ বাবে ৰাতি আহি পৰে।

সিদিনাতো ১১ নং কমত চুপাৰে বিৰাট গৰম দেখুৱাইছে।

গৰম ?

ওঁ গৰম। একেলগে অমৰ আৰু মৃদুলে ক'লে।

কি হল বে অমৰ, মই কিন্তু বুজিব পৰা নাই।

নাই অ' সিদিনাখন ১১ নং-ৰ কেইটা কেনিবা গৈছিল। চুপাৰে চাবলৈ আহি নেদেখিলে।. পিছদিনাখনো চেক কৰিবলৈ আহিল, একেটা সময়তে। এওঁৰই হেনো খাই থকা চিগাৰেট দলিয়াই পেলালে ঠিকেই। পিছে গন্ধতো মাৰিব নোৱাৰিলে। চিগাৰেটৰ গন্ধ পাই চুপাৰ গৰম। ইতিমধ্যে দ্বীপ আৰু শশাংক সোমালেহি। লগে লগে বুদ্ধি সাজিলে। শশাংকই ক'লে ইউৰিনেললৈ গৈছিলোঁ। দ্বীপে ক'লে বাৰাণ্ডাত গৰু উঠিছিল গৰুটো গেটৰ বাহিৰ কৰিবলৈ গৈছিলোঁ। বচ্ লাগিল ডাঙৰ বিপদ। ল'ৰাই গৰু খেদাবলগীয়া হৈছে, বামু ক'ত গ'ল। আনিলে বামুক মাতি। কপাল ভাল বামুৱে বচাই দিলে। পিছে ওৱাৰনিং পেলাই গ'ল। ৭ বজাত বাহিৰত থাকিলে সোমাবলৈ দিয়াটো বন্ধ হ'ব। চুপাৰৰ গালি শুনিয়েই ক'ত বজা। পিছত আমাৰ বামু কাই গৰম। সেয়ে কৈছো আমাৰ কাৰণে ৭ বজাতে

গম্ভীৰ বাতি। নহ'লে টপাৰামে বচ্ খেল খতম্ কৰি দিব। (চুপাৰৰ নামটো ইতিমধ্যে টপাৰাম বুলিয়েই প্ৰচলিত)।

হয় নেকি? মই আকৌ হোষ্টেলৰ ভিতৰত যে ইমান তাণ্ডৱ কাণ্ড হৈ গৈছে বুলি গমকে নাপাওঁতো। ঠিক আছে। যাওঁৱে তই অমৰ— বহুত দেৰি হ'ল। হাতৰ ঘড়ীটোলৈ দেখুৱাই শান্তনু আকৌ আগবাঢ়িল।

টক্···টক্···টক্···টক্—কি হ'ল ইমান দেৰি কৰিলি যে?

এইঁ নকবি আৰু চাৰৰ ঘৰত বেছি দেৰি বহাই নাই।

তেন্তে ক'ত বহিলিহি?

ইয়াতহে দেৰি হ'ল। মানে ৰামুৰ লগত প্ৰায় ১০ মিনিট। আৰু অমৰহঁতৰ লগত কথা পাতি থাকোঁতেই গ'ল প্ৰায় আধা ঘণ্টামান।

কি পাতিলি?

নকবি আৰু ৰামুয়েতো মোক গেটেই খুলি নিদিয়ে। ৭ বজাৰ পিছত হেনো কোনো বাহিৰত থাকিব নোৱাৰে। পিছে সিনো কিমান লাগিব। খুলি দিলে। আকৌ আহি আমাৰ অমৰহঁতৰ ৰূপৰ ওচৰ পাইছোঁ। সিহঁত দুটা কমৰ পৰা বাহিৰ ওলায়েই মোক দেখি মাত লগাই দিলে। তেতিয়া সিহঁতৰ মুখেৰে গম পাইছো যে যোৱা সপ্তাহত হেনো শশাংকহঁতৰ কমত চুপাৰে বিৰাট দম দি গ'ল। আৰু ৭ বজাত প্ৰত্যেকেই নিজৰ কমত থাকিব লাগিব। কাপোৰ সলাই সলাই শান্তনুৱে সপোনক উদ্দেশ্য কৰি ক'লে। পাণ খাবি সপোন?

দে খাম।

ল।

পানখন ৰামলাল পান ভাণ্ডাৰৰ নহয় জানো?

ওঁ।

এৰা মই দেখিয়েই চিনিব পাৰিছো। এইখন পাম ৰামলাল দোকানৰে হ'ব। তোৰ কিবা কাম আছিল নেকি শান্তনু চাৰৰ ঘৰত?

—নাই। বিশেষ একো নাছিল। এনেয়েহে গৈছিলোঁ।

বগখন মেৰিয়াই লৈ সপোনে বিচনাতে বহি বহি শান্তনুৰ সৈতে কথা পাতি আছে। গাৰুৰ তলৰ পৰা এৰি চাবৰখন উলিয়াই শান্তনুৰেও মেৰিয়াই ল'লে।

—বল সপোন কিনো কৰিবি? শুলেও দেখোন টোপনি নধৰে ছাটিফঁটি কৰি থাকোঁতেই ৰাতি দুপৰ হয়।

—ষাৰ ক'ত এতিয়া আহি সোমাইছহিহে।

—বামুৱে জুই জ্বলাই আছে বল তালৈকে যাওঁ। যাওঁতে শান্তনুৱে অমৰ আৰু মৃন্ময়কো চিঞৰি গ'ল। চাৰিওটা আগবাঢ়িল জুই জ্বলাবলৈ।

আঠ

---

ডাঙৰ মইনাৰ মাক। তই পিছে কাম এটা কৰ। ধান অলপ উলিয়াই চোতালত মেলি দে। আৰু পান তামোল অলপ উলিয়াই দে। মই দূৰৈৰ মিটিৰ কুটুম্ব সকলোকে নিমন্ত্ৰণ কৰি আহোঁগে। নহ'লে আৰু এ সপ্তাহৰ পিছত ঘৰখনত বিৰাট হুলস্থুল এটা লাগিব।

—ব'ৰচোন আপোনাৰ মাত্ৰ মানুহ মতা চিন্তাটোহে আগ।

—বলিয়া হলি নেকি? আৰু এসপ্তাহৰ পিছতে ডাঙৰ বোপাই চাকৰি চুটি লৈ ওলাইছিহে লাগে। সি অহালৈ আমি বাট চাই থাকিব নোৱাৰো। বাট চালোৱেই যেনিবা, সি জানো আমাৰ কৰিবলগীয়াখিনি কৰিব। আন নহলেও মানুহখিনিক আমিয়েই তামোল পান দিব লাগিব। নহ'লে দূৰৈৰ মিটিৰ কুটুম্বৰ কথা। আগতিয়াকৈ খবৰটো নিদিলে নহ'ব। আৰু ডাঙৰ মইনাই বা নিজৰ বিয়ালৈ কি বুলি মানুহ মাতিব।

বাঃ বাঃ মাহীদেউ পালেহিয়েই। অংকুৰ যদিও মেট্ৰিকৰ ছাত্ৰ

তথাপি মাহীয়েকজনীক দেখি চিএঞৰি উঠিল। মা তুমি দেখা নাই, জানো মাহী আহিছে।

—ভিনদেউ বহিছে।

—বহিছো পাই। তই পালিছিনে। যা বায়েৰ ভিতৰতে আছে।

কাপোৰৰ বেগবোৰ শোৱাকমত থৈ মনো মাহীয়েক পোনছাটেই বায়েকৰ ওচৰ পালেগৈ।

—বাইদেউ কি ধান উলিয়াইছ এতিয়া ?

—নকৰি আৰু আই। একালে ধান গাল বদত দিওঁ বুলি লৈছো। আনফালে ভিনিয়েৰে চিঞৰ দিছে তামোল পান লাগে, মানুহ মাতিবলৈ যায়।

—ক'ত আছে তামোল পান দেগৈ যা। ময়ে ধান উলিয়াও।

—এ ৰ পাই। এই দিকচো বাট আহি পানী এটোপাকে মুখত দিয়া নাই, থ ধান উলিয়াবলৈ।

—সক মইনা।

—গৈছো মাহী।

—তই কি কৰিছ ধান গাল উলিয়াই দিব নোৱাৰ নেকি ?

—মায়ে মোক কোৱাই নাই আকৌ মইনো কেনেকৈ জানো।

—তই হেৰি কৰচোন বাইদেউ অলপ বহি ল। মই কৰো।

—ৰ কৰিবি পানী এটোপা খাই ল। চেনেহীয়ে এই বুলি জুইহালৰ খৰি মুঠি ডেগৰ তললৈ ঠেলি দিলে। অংকুৰে ধানখিনি পাচি এটাত ভৰাই চোতালৰ ব'দত মেলি দিলেগৈ।

—ভিনদেউ এয়া তামোল পান কিমান লাগে এই বেগটোতে ভৰাই লওক।

—থ থ। দেখিছনে বায়েৰৰ কাম। আজি ঘূৰিব পাৰিলে ভালেই। নহ'লে কাইলৈহে ঘূৰিব লাগিব। তইঁতি কাইলৈ ওলাই থাকিবি। জোৰণৰ কাপোৰ আনিবগৈ লাগিব। মই এতিয়া গৈ থাকো।

—বৰ ভিনদেউ বাইদেৱে চাহ ৰখিছে খাই যাওক অকণমান।

—মই জা-জলপান খাইছো অ, আকৌ মোৰ কাৰণে চাহ নোহোঁৱা হলেও হলহেঁতেন।

—খাই যাওঁক এটোপা। সেইখিনিবা কেতিয়া পায়গৈ।

—মাহী তোমাক চাহ খাবলৈ মায়ে মাতিছে। ধান পাচি লৈ চোতালৰ পৰাই অংকুৰে মাহীয়েকক ক'লে।

—দে বাইদেউ চাহ। হেৰি নহয় বাইদেউ ডাঙৰ মইনাৰ ছোৱালী কোনে লগালে ?

কোনেনো লগাব লাগিছে। আজি কালিৰ ল'ৰাহে। কলেজত হেনো পঢ়িছিল ভেতিয়াৰে চিনাকী।

—ভিনদেৱে একো কোৱা নাইনে ?

—কিনো কব। ভিনদেউৱে ভাবিছিল চাকৰি কৰক তিনি-চাৰি বছৰ মান। লাহে ধীৰে ছোৱালী চাই তাক ঘৰখন পাতিয়েই দিব লাগিব। অন্ততঃ সিহঁতৰ জন্মৰ গৰাকী যেতিয়া আমাৰ কৰ্ত্তব্য আমি কৰিম। পিছে কি হ'ব নাভূত-নাশ্ৰুত যোৱা মাৰতে ছোৱালী ঘৰৰ মানুহ মোৰ চোতালত হাজিৰ। আমিনো আৰু কি কম সমান সমান মানুহজন আহি ঘৰত থিয় দিলেহি। তাতে মাত মাতিবলৈনো কিটো আছে, ভাল হলেও সি পিন্ধাব, বেয়া হলেও সিয়ে গৰাকী। বাপেকেও সেয়ে মৰমৰ ৰবপুতেক একেবাৰে দিন বাৰ দিয়েই পঠালে। যুৱিতো সপ্তাহত আমি গলো। ছোৱালীৰ ঘৰ শিৱ সাগৰৰবেতবাৰীত আছিল। পিছে দেউতাকে টাউনলৈ উঠি আহি তাতেই ঘৰ কৰিলে। গৈ বহিলোগৈ আৰু। প্ৰথমতে ছোৱালীৰ দেউতাক ওলাই আহি বহিবলৈ দিলে। মাকো ওলাই আহিল। বৰ আদৰ-সাদৰ ভাল, ব্যৱহাৰ পাতিও ভাল, ছোৱালীজনীও দেখিলো। ছোৱালী হ'লে বৰ মৰম লগা, ধুনীয়াও পাৰ গঢ়ে-চৰে মাইকী সাজ আছে গাত। কথা বতৰাও ভাল।

—ছোৱালীজনীৰ নাম কি বাইদেউ ?

—ৰ···নামটো কিবা বুলিছিল। এহ মনতে নাহে অ···ৰ মইনাক খোভো। অ সক মইনা চাওঁ এইফালে আহচোন।

—কি মা।

—ছোৱালীজনীৰ নাম কি আছিল অ ?

—কোন ছোৱালী মা ? নবৌ নেকি ?

—অ বিয়া নেপাতোতেই তোৰ নবৌ হ'ল।

—অতোঁ। ডাঙৰ নবৌ ভাই।

—নামটো কি আছিল ?

—উৰ্ম্মিলা।

—অ এৰা উৰ্ম্মিলা। সেইটোৱেই নাম।

—নামটো ধুনীয়া। বাহি জোৰা চোৱালিনে নাই ?

—বাহি জোৰাৰ কথা সুধিছহে বুলিছো। হেবৌ আমাৰ মতে গণকৰ মতে বাহি জোৰা নাহিলেই জানো সি ননাকৈ থাকিব।

—কি পিন্ধি আছিল বাইদেউ ছোৱালীজনীয়ে ?

—শাৰী পিন্ধি আছিল আমি যাওঁতে।

—ধান এয়া জলপানৰ কাৰণে নেকি বাইদেউ ?

—ও মিটিৰ কুটম্ববোৰ আৰু পোন্ধৰ দিনৰ পিছত ওলাবহিয়েই। বাতিপুৱাৰ জলপান লাগিব নহয়।

—মা···মা অ মা সক দাদা আহিলে মা। অংকুৰে শান্তনুক দেখি আগবাঢ়িল। দাদা ভালনে আপোনালোকৰ ?

—ও ভাল। তোমাৰ।

—আছো আৰু।

—বহক।

—মা তুমি কি কৰিছা দেখা নাই এয়া মই পালেহি। বাঃ বাঃ মাহী কেতিয়া আহিলা ?

—এয়া তোমালোক আহি পোৱা দিনাই।

—বাঃ আজিকালি মাহীয়ে বৰ ধুনীয়া ধুনীয়া ঠাঁচত কথা কয়লৈ ললা। বাক মা বাহিৰত চোৱাগৈ কোন আহিছে।

—চাওঁ মনো ওই ইইঁতলৈ চাহকণ কৰ মই বাজলৈ যাওঁ।

—মা নমস্কাৰ। সপোনে দুইহাত আগবঢ়াই থিয় হ'ল।

—অ তুমি। বাবা বহা বহা। ভালনে তোমাৰ?

- ভালেই আছো মা আপোনালোকৰ আশীৰ্বাদত।

—মা তাক ইয়ালৈকে মাতা। আহ ঐ ইয়ালৈকে আহ। মাহী ই মোৰ বন্ধু। ভয় নাখাবা নামটো ক'লে।

—চা বদ্‌মাচটো নতুন আলহী ল'বাটোক কি কৰিছে।

—ও নমস্কাৰ মাহী।

—নমস্কাৰ বহা। তোমাৰ নামটো।

—মোৰ নাম সপোন বৰা। কি ৰে তোৰ নামটোৰ আগ নাই নেকি? মানে শ্ৰী ত্ৰি।

—নাই।

—অ আই এম্ চৰী। শ্ৰী নহয়টো আজিকালি ডাঃ হে হ'ব।

—তুমি এতিয়া কি পঢ়ি আছা?

—মই এইবাৰ M.B.B.S. 2nd year শিলচৰ মেডিকেলত আছো।

—পঢ়া শুনা কেনে কৰিছা?

—পঢ়া শুনা বৰ্ত্তমান চলিছে। কেতিয়াবা আকৌ খুউব পঢ়িবলৈ মন যায়। কেতিয়াবা আকৌ কিতাপৰ ওচৰলৈকে যাবলৈ মন নাযায়।

পঢ়িবলৈ মন নাযায়। কিবা বতাহ লাগিছে নেকি গল্পকাৰ বন্ধু?

—অতোঁ। বতাহ লগাৰ বাবেইটো কলেজ এৰি লাইন লোৱাৰ ভয়ত এইবাৰে প্ৰি ডিগ্ৰীটো দিবলৈ মন নাছিল। পিছে কি কম মনৰ কথা মনতে ৰাখি ভৰ্ত্তিয়নি বেলত উঠিলো বেঞ্জাৰ হোৱাৰ দুৰ্বাৰ হেপাহেৰে।

—ঐ গল্পকাৰ কথা অলপ ভালদৰে কৰি।

—মই ঠিকেই কৈছো। চশ্‌মা উকৰি পৰিব।

শান্তনু আৰু সপোনৰ এই বন্ধুত্বৰ তৰ্কাতৰ্কি শুনি মাহীয়েকে হাঁহি হাঁহি চাহ দিবলৈকে পাহৰিলে।

—মনো তই সিহঁতহালৰ কথা পিছত শুনিবি। এতিয়া চাহ দে সিহঁতক।

—কি বে দোস্ত কেতিয়া পালিহি ?

—বাঃ বাঃ, দোস্ত।

—অ ৰতন কেতিয়া পালিহি হয়। ভিতৰৰ পৰাই শান্তনুৰ মাকে সুধিলে।

—এয়া এতিয়া পাইছোহি। ইহঁতৰ মাত মই শুনি গৈছো। বেগটো ঘৰত থৈয়েই ইয়ালৈকে আহিছো। একো খোৱা নাই। মাহী চাহ দিয়ক। পাহৰিয়েই গ'ল শান্তনু আৰু ৰতন দুইভাই ইটোৱে সিটোৰ ডিঙিত ধৰাধৰিকৈ থাকি কিমান সময় পাৰ কৰিছিল।

—বহু ৰতন চাহ খা।

—সপোন তোমাৰ খা-খবৰ কোৱাচোন। ৰতনে সপোনলৈ চাই ক'লে।

—খা-খবৰ ভাল বুজিছা। এতিয়া মই শিলচৰ মেডিকেলত আছো। তোমাৰ খবৰ কোৱাচোন ?

—ময়ো ভালেই আছো। মই Geology-ত অনাৰ্চ লৈছো।

—ভেৰি গুড্। ৰতন Geology মোৰ খুউব ভাল লাগে দেই। তুমি Geologist হলে আমি বেচ আনন্দ পাম। আমাৰ শুভেচ্ছা আছে।

ধন্যবাদ বন্ধু।

ম

---

কি পঢ়িছা উৰ্মিলা ? গৌৰাঙ্গই নিজৰ কমত সোমাই উৰ্মিলাক সুধিলে।

চিঠি পঢ়িছো।

চি···ঠি। কাৰ চিঠি পঢ়িছ?

মাজু মইনাৰ।

হয় নেকি? কি লিখিছে সি পঢ়াছোন শুনো।

মৰমী

নবৌ,

বহুত বহুত মৰমবোৰ ল'বা। লগতে আন্তৰিক ভাবে শ্ৰদ্ধা দেই। বৰ্তমান মোৰ ভাল। আশা কৰো নেদেখাজনৰ কোপদৃষ্টি তোমালোকৰ ওপৰতো পৰা নাই। কি হ'ল নবৌ অন্ততঃ চিঠি এখনতো দি মোৰ খবৰ এটা লব নোৱাৰাকৈ লাগে তুমি ব্যস্ত হৈ পৰা নাই। তোমালোকৰ বিয়াৰ পাচত ঘৰলৈ যাবৰ বাবে দীঘলীয়া বন্ধ এটা পোৱাই নাই। কেতিয়াবা বৰ দুখ লাগে জানা নবৌ।

বাৰু মা, দেউতা কেনে আছে? ভালে আছেতো। মা, দেউতাক জনাবা মোৰ পঢ়া শুনা চলি আছে বুলি। এই কেইদিন মই বৰ ব্যস্ত আছো জানা নবৌ। তথাপি তোমালোকৰ খা-খবৰ তথা ঘৰৰ খবৰ বাতৰি পাই থাকিলে মনটো কিছু ভাল লাগে বাবেই চিঠি এখন লিখিলো। আমাৰ কলেজৰ মেগাজিনখন উলিয়াব লাগে। এইকেইদিন সেইবোৰ কামতে ঘূৰি ফুৰিবলগা হৈছে। মাত্ৰ দেওবাৰ দিনটোতহে অলপ ৰক্ষা পাওঁ। সেইদিনা আকৌ আমাৰ কাইলটো যাওঁগে পাহাৰৰ ফালে ফুৰিবলৈ। কি যে মনোৰম দৃশ্য নবৌ। কাঞ্চন জংঘা পৰ্ব্বতটো বৰফেৰে ঢাকি সেনেই শুকুলা হৈ থাকে তাতো আকৌ বিয়লিৰ হেঙুলীয়া পোহৰে কি যে অপৰূপা কৰি পেলায়। তুমি দেখিলে হয়তো খুউব ভাল পাবা।

বাৰু নবৌ সৰু মইনাৰ খবৰ কি? সি ল'ৰাটো হঠাতে অলপ সলনি হৈ পৰিছে। তুমি অলপ চকু দিবাচোন। দাদাৰ চিঠি পাইছানে নে নাই। দাদা আহিছিল নেকি নে আহিব? দাদালৈ মনত পৰিলে কান্দা নেকি বাৰু? নাকান্দিবা দেই নবৌ। বহুত লক্ষণে জেঠ

ভাতৃ ৰামচন্দ্ৰৰ লগত চৈধ্য বছৰৰ বাবে মৰমৰ পত্নী উৰ্ম্মিলাক এৰি থৈ বনবাসলৈ গৈছিল। দাদা কিন্তু বনলৈ যোৱা নাই। চাকৰিলৈহে। নবৌ বন্ধ পালে ঘৰলৈ যাম। তেতিয়া বাৰু তোমালৈ কি নিম কোৱাচোন। লজেন্স এটা হবনে? বেয়া পালা নেকি বৌ? নাপাবা দেই। তুমিতো মোৰ মৰমৰ বৌ। সেয়ে ধেমালি কৰিলো।

শুভৰাত্ৰি ইতি

তোমালোকৰ

মাজু মইনা।

বাঃ ধুনীয়া গল্পকাৰ দেখোন।

—ইছ আপুনি কিয় তেনেকৈ কৈছে। মাজু মইনালৈ মোৰ কিমান মৰম লাগে। মই বহুত ভাগ্যৱতী সেয়ে ইমান মৰমিয়াল দেৱৰ এটা পাইছো। এটা নহয় দুটা।

উৰ্ম্মিলা।

ও।

মই হ'লো প্ৰফেচাৰ। মাজু মইনা হ'ব বেঞ্জাৰ। আৰু সৰু মইনা হব ঠিকাদাৰ। ধনশীৰি নালাগে অসমৰ এজন প্ৰথম শ্ৰেণীৰ ঠিকাদাৰ তেতিয়া তোমাৰ কেনে লাগিব বাৰু?

—মোৰ বাঃ মোৰ যে কিমান ভাল লাগিব। ভাৱিব নোৱাৰো।

—বাৰু তোমাৰ দেৱৰলৈ তোমাৰ মৰম সাঁচি থোৱা। ইমান মৰম তুমি এতিয়া কৰিছা পিছত যেতিয়া বোৱাৰী আহি সোপাকে লৈ লবহি।

—থওঁক থওঁক আপোনাৰ সেইবোৰ লেকচাৰ মোক মুশুনাব। ও সঁচা মাজু মইনাৰ এদিন কপালত আছে যদি বিয়া হবই। তেতিয়াতো সি যিজনীৰ লগত জীৱনটো অতিবাহিত কৰিব তাইকতো সি মৰম দিবই লাগিব।

—উৰ্ম্মিলা।

—ও।

—চোৱাচোন বাহিৰত গাড়ীৰ মাত শুনিছোঁ ?

—উঠকছোন ল'ৰা এজন দেখোন ৰব খৰখেদাকৈ নামিছে। বাহিৰলৈ ওলাই আহিল গৌৰাঙ্গ। কি হ'ল ভাইটি তুমি দেখোন অকস্মাৎ ওলালাহি।

—দাদা, বিশেষ খবৰ এটা আছে।

—বিশেষ খবৰ, বহাচোন। গৌৰাঙ্গই সংগোনক বহিবলৈ দিলে। কি হৈছে ভাইটি। ঘৰা তোমাৰ আকৌ কি হৈছে। তুমি ভিতৰলৈ যোৱা। গৌৰাঙ্গই উৰ্মিলাক অলপ টানকৈয়ে ক'লে।

—নাই হোৱা নবৌ। তেনে একো বিশেষ ডাঙৰ কথা নহয়। ভিতৰলৈ গৈ উৰ্মিলাই মাক (শাহুৱেক) ক মাতি আনিলেগৈ। চোতালৈ মাতি সপোনে গৌৰাঙ্গক ঘটনাটোৰ বিষয়ে সবিশেষ ভাঙিপাতি কৈ দিছিল।

—কি হ'ল হয় ডাঙৰ মইনা। মাকে আচৰিত হৈ সুধিলে।

—নাই বিশেষ একো হোৱা নাই। আমাৰ মাজু মইনাৰ সৰু একচিডেন্ট এটা হৈছিল। ভৰি এখনত অলপ দুখ পাইছে। কালিয়েই ডিব্ৰুগড় মেডিকেলত ভৰ্তি কৰোৱা হ'ল। এতিয়া মই বেছি দেৰি নকৰো। ভাইটিৰ লগত একেখন গাড়ীতে যাওঁগৈ।

এক্চিডেন্টৰ কথাশুনি চেনেহীয়ে হুলস্থুল এখন লগাই দিলে। পুতেকৰ লগত চেনেহীয়েও যাবলৈ ওলাল।

মাজু মইনাই বেছি দুখ পাইছে নেকি বাৰু ? আপুনি কিয় নামাতে ? কি হ'ল কওঁকচোন।

—ভাবিছো মাক লৈ যোৱাটো ভাল হবনে নহয়।

—মাক আকৌ কিয়। মা যাব নালাগে। কষ্ট পাব। মযেই যাওঁ আপোনাৰ লগত।

—তুমি নালাগে যাব। মাজু মইনাৰ গা মূৰৰ ভাল নহয় বুলিয়েই কৈছে। গতিকে মা, দেউতা দুয়োকে লৈ যাওঁ। তুমি থাকা। সৰু মইনা আছে। মই আজি যাওঁ। যদি তাৰ অৱস্থাটো ভাল যেন

দেখো তেন্তে কাইলৈ আহিব। যদি···কথাষাৰ শেষ নহওঁতেই উৰ্ম্মিলাই গৌৰাঙ্গৰ মুখত হাত দি ক'লে।

—ইঃ তেনেকৈ নকৰ। মোৰ ভয় লাগে। হে ভগবান কি যে হৈছে ল'ৰাটোৰ। উৰ্ম্মিলাই হাতযোৰ কৰি হয়তো অদৃষ্ট জনক উদ্দেশিয়েই প্ৰাৰ্থনা জনালে। আপোনাৰ হলনে? মা, দেউতা সৌৱা গাড়ীত বহিলগৈ।

—কি দিলা এইবোৰ। বেছি কাপোৰ কানি দিব নালাগে। লুঙীখন দিয়া আৰু চুৱেটাৰটো দিয়া। হাতত ব্ৰীফকেচটো লৈ গৌৰাঙ্গ গাড়ীত উঠিলগৈ। উৰ্ম্মিলাই করুণ দৃষ্টিৰে চাই থাকিল।

—নবৌ নবৌ। ইমান মাতিছো শুনা নাই তুমি নবৌ। অংকুৰে ভেতিয়ালৈকে ঘৰত যে এনে এটা সমস্যাৰ সৃষ্টি হৈছে গমকে পোৱা নাই। কি হ'ল নবৌ আজি ঘৰত কোনো নাই নেকি? মা কেনি গ'ল?

—মা, দেউতা আৰু দাদাৰা ডিব্ৰুগড়লৈ গ'ল ও মান বজাতে।

—মা, দেউতা, দাদা ডিব্ৰুগড়লৈ গ'ল! আচৰিত হৈ অংকুৰে নবৌকৰ মুখলৈ চালে।

—ও তুমি নাজানা। মাজু মইনাক যোৱা কালি ডিব্ৰুগড় মেডিকেলত ভৰ্তি কৰিছে হেনো। এক্‌চিডেণ্ট হ'ল।

এক্‌চিডেণ্ট?

এক্‌চিডেণ্ট শব্দটো শুনাৰ লগে লগে অংকুৰৰ মুৰটো অলপ ঘূৰাই যোৱা যেন হ'ল। কিয়নো ডেৰাডুনত প্ৰায় ঘটনাবোৰ পাহাৰৰ পৰা পৰি মটৰ বাছ বাগৰি এক্‌চিডেণ্ট হোৱাটো বৰ বেছি। ককায়েকৰ এক্‌চিডেণ্ট কথা শুনি অংকুৰে চুপ-চাপ বহি পৰিল।

—তুমি বেছি চিন্তা নকৰিবা মইনা। যদি মাজু মইনাৰ গা বৰ বেছি বেয়া নহয় তেন্তে কাইলৈ দাদাৰ আহিব। যদি কোনো অসুৱা যেন নেদেখো তেন্তে কিবা এটা কৰিব লাগিব।

—কি কৰিবা নবৌ। মোৰ ভাল লগা নাই। সাধাৰণতে পাহাৰীয়া ঠাইবোৰত হোৱা দুৰ্ঘটনাবোৰ বৰ গুৰুতৰ। সেয়ে জানা বৌ মই কাইলৈ

মোৱাটোকে মাজে মাজে ভাবিছো। কিন্তু এতিয়া সমস্যা হ'ল তোমাক অকলে এৰিতো যাব নোৱাৰিম। ডাঙৰ বিপদত পৰিলো দেখোন বৌ।

—বাৰু এতিয়া তুমি বিশেষ ভাবিব নালাগে। চাহ কাপ হাতত দি উৰ্ম্মিলাই ক'লে।

—নবৌ ভাত ৰান্ধিবা জানো? অংকুৰে সুধিলে।

—ভাত নৰন্ধাকৈ থাকিব নাপায়। ৰান্ধিব লাগিব। তুমি কাইলৈ কাম এটা কৰিবা। যদি দাদাৰ আহে তেন্তে ভালেই নহ'লে টেলিফোন এটা কৰিবাগৈ। এইবোৰ চিন্তাৰ মাজেদিয়েই সময়বোৰ পাৰ হৈ থাকিল। ওচৰৰ কলঘৰটোৰ পৰা ৰাতি ১০ বজাৰ সময়ৰ সংকেত ভাহি আহিল।

—নবৌ মই আগফালে কমতে শুইছো। তুমি ভালদৰে খিৰিকী চিৰিকীৰ হুক লগাই লোৱা। ৰাতি দৰকাৰ হ'লে মোক জগাই দিবা। নহ'লে নবৌ ভনীকে মাতি দিওঁ নেকি।

—ভনীক নালাগে মাতিব। সুমলকে আগফালৰ কমটোলৈ মাতি লোৱা। নবৌকৰ কথামতেই কাম। অংকুৰে সুমলক মাতি নিজে শুবলৈ লোৱা কমটোলৈ শুবলৈ ক'লে। কাতি মহীয়া ৰাতি নাযায়েই নাযায়। সিমানেই ৰাতি গভীৰ হৈ আহিল সিমানেই বিভিন্ন চিন্তাই উৰ্ম্মিলাক ব্যতিব্যস্ত কৰি তুলিলে। ৰাতি বাটত কুকুৰবোৰৰ বাউচি জুৰা চিঞৰবোৰে মনটো আৰু সেমেকাই পেলাইছে। ঝিলি ঝিলি শুনিছে কোনোবা ডাঠ হাবিৰ মাজত চিঞৰা সেই ফেঁচা চৰাইজনীৰ মাত। অজান পক্ষীজনীবো মাতটো আজি বৰ করুণ করুণ শুনিলে উৰ্ম্মিলাই।

—নবৌ মই যাওঁনেকি টেলিফোন এটা কৰিবলৈ।

—নালাগে এতিয়া। দাদাৰ অহাটো হ'লে ২ বজাত পাবহি বুলি কৈ গৈছে। গতিকে ২ বজালৈ বাট চোৱা। যদি নাহে তেন্তে কৰিবাগৈ। এতিয়া ১১ বাজিলেই। এইকণ সময়ো বাব এইদৰেই। অংকুৰ আৰু নবৌকৰ কথাৰ ভাগ লৈছে সুমলেও। তাৰ মনটো বৰ ভাল নাই। মনত দুখ পাইছে সিও। কাৰণ শাস্তুলৈ সকলোৱে মৰম যেছি।

মৰমৰ শান্তনুটোৰ এনেকুৱা হোৱা বুলি শুনিলে কোনেনো আনন্দ কৰিব পাৰিব। দিনটোত খবৰ লবলৈ অহা মানুহক আলপৈচান ধৰিয়েই উৰ্মিলা ব্যস্ত। কেতিয়া যে সময়বোৰ পাৰ হ'ল গমকে নাপালে। আলহী সুধিলেও নহয়। নতুন বোৱাৰী। খোজে প্ৰতি অপৰাধ। তাতে আকৌ গাঁৱৰ ঠাই।

—নবৌ দেউতা মা আহিছে। কথাষাৰ শুনিয়েই উৰ্মিলা দৌৰি আহিল।

—মা, মাজু মইনাৰ কেনেকুৱা এতিয়া।

—ব'লা মাজনী ভিতৰলৈ ব'লা। সকলো কম। সকলো শুনিবা।

হাত ভৰি ধুবলৈ উৰ্মিলাই গৰম পাণী একেৰাহী কৰি দিলে। ভিতৰতে আটাই কেইজন বহি দেউতাকৰ মুখলৈ চাই ৰ'ল। চেনেহীয়ে পকাৰ লগতে লগলগাই বনাই থোৱা আলমাৰীটোৰ ওচৰতে তললৈ মূৰটো গুজি বহি থাকিল।

—আপুনি কিয় মনটো মাৰি বহি আছে মা। ভগৱানক খাটক।

—কিনো ভগবানক খাটিবা মাজনী; মোৰ সকলো গ'ল বুলি ধৰা।

—দেউতা। এয়া আপুনি কি কৰলৈ বিছাৰিছে।

- মই ৰব বেয়া দেখি আহিলো মাজনী। এসপ্তাহ হ'ল এক্সিডেন্ট হোৱা। পিক্‌নিক্ খাবলৈ গৈছিল হেনো। পাহাৰৰ প্ৰতি তাৰ এটা দুৰ্বলতা সকৰে পৰাই আছিল। মই বাপেকতো হৈ পুত্ৰক নুবুজিলে পাপে চুব। মোৰ টকা-পইচাৰ অভাৱ নাছিল বাবেই ভাবিছিলো তিনিটা ল'ৰাক ডাঙৰ কৰিম। ভাবিছিলো ডাঙৰ মইনাক ডাক্তৰ বনাম। কিন্তু নোৱাৰিলো ডক্টৰ বনাব। তথাপি মোৰ আনন্দ সি অধ্যাপক হ'ল। সৰুটোৰ হ'ব। আৰু ইয়াক মই পঠাইছিলো ডেৰাডুনলৈ। ভাবিছিলো তাৰ মনে বিচৰা পাহাৰীয়া ঠাইত পঢ়ি-শুনি ডাঙৰ মানুহ হৈ আহক। কিন্তু আজি এয়া ভগবানে কি দেখুৱাইছে কব নোৱাৰো। পিক্‌নিক্ খাবলৈ বহুত ল'ৰাই গৈছিল। সি গৈছিল পাহাৰ বগাবলৈ। বগালে সি পাহাৰ ঠিক। পিক্‌নিক্ পাটিত খাওঁতে প্ৰকৃতি প্ৰেমী

শান্তনু পাহাৰৰ ওপৰত থিয় হৈ থাকোঁতে দেখিছিল তলত সিহঁতৰ লগৰে ইউচুফ আৰু ৰাকেশে মাৰপিট আৰম্ভ কৰিছে। ইউচুফ আৰু ৰাকেশৰ ভিতৰুৱা কাজিয়া এখনৰ কথা শান্তনুৱে বহুত দিনৰ পৰাই গম পাইছিল। ভাললগা পিক্‌নিক্‌টো পন্ড হোৱাৰ উপক্ৰম জানিব পাৰিয়েই শান্তনুৱে নিজক পাহৰি দৌৰিছিল পাহাৰৰ ওপৰৰ পৰা। হঠাতেই ঘটি গ'ল এই অভাৱনীয় ঘটনাটো। সি বাগৰি পৰিল। ঠিক সেই সময়তে পাহাৰৰ তলেদি গৈ থকা এখন পাথৰ কঢ়িওৱা টাটা গাড়ীৰ খুন্দাত সি বাগৰি পৰিলগৈ তলত। ৬৬ কিঃ মিঃ তলত। ৪ দিন ৰাখিলে তাৰে হস্পিটেলত। তাত আশা কৰিব নোৱাৰি ডিব্ৰুগড়লৈ পঠিয়াই দিলে। কব নোৱাৰে। মাজনী তোমাৰ মৰমৰ দেৱৰে সি ক'ত আছে, সি কি কৰিছে।

নাকান্দিবা নবৌ। তুমি কিয় কান্দিছা। মই এতিয়াও আছো তোমাৰ দেৱৰ। ঈশ্বৰে কৰিলে মাজু ককাইদেউ এদিন আহিব আমাৰ ওচৰলৈ। মই কাইলৈ পুৱাই যাম। দেউতা মোক টকা ৬ হেজাৰ মান দিব।

—যিমান লাগে টকাৰ টান মই নধৰো বোপাই। চেষ্টাৰ ত্ৰুটি নকৰিবি তইঁতি।

—সৰু মইনা মোকো লৈ যাবানে ?

—তুমি কি কৰিবাগৈ মাজনী। তুমি যাব নালাগে। কষ্ট পাবা তাত। চিন্তা নাই। ডাঙৰ বোপা আছেই। তাৰ লগৰ ডাক্টৰ সপোন বোলাতো আছে।

আৰু লগৰ পিক্‌নিক্‌ খাবলৈ যোৱাবো ৫টা ল'ৰা আছে। সিহঁতবোৰ হাতে-পাতে লাগি আছে। তুমি বোৱাৰী ছোৱালী যাব নালাগে। বৰ কষ্টে পাবাগৈ।

উৰ্মিলাই সকলোকে জা-জলপান চাহ আদি কৰি আগে আগে দিলেগৈ।

—ডাঙৰ মইনাৰ মাক ভোক কৈছো। এনেকৈ দুখ কৰি থাকিলেই

জানো হব। আমাৰ কপালত যি আছে সেয়ে হব। এতিয়া এনেকৈ বহি মন-চন মাৰি নাথাকিবি। বোৱাৰী হ'লে কি হ'ব। তায়ো সক ছোৱালী। গতিকে দিহা পৰামৰ্শ এটা দিবি। এই বুলি বুঢ়াই চেনেহীলৈ চাই জলপানৰ বাতিটো হাতত তুলি ললে।

দিনে নিশাই বুঢ়া-বুঢ়ী চিন্তাত ডুবি থাকিল। অশেষ চেষ্টাও বিফলে গ'ল। নুশুনিলে ভগৱানে মাক দেউতাৰ করুণ প্ৰাৰ্থনা। নুশুনিলে নবৌকৰ ভিক্ষা। নিষ্ঠুৰ ভগৱানৰ কিযে লীলা। আকাশী স্বৰগ ভাগি পৰিল। শোকাকুল পৰিয়ালৰ থা-খবৰ ললে বন্ধুতে। বাতৰিত প্ৰকাশ পালে অশেষ চেষ্টাৰ ফলতো ঘূৰি নাহিল ডেৰাডুন বেঙ্গাৰ কলেজৰ এজন মেধাৱী ছাত্ৰ শ্ৰী শান্তনু মেধী। পিতা গঙ্গাৰাম মেধী, মাতৃ চেনেহী মেধীৰ দ্বিতীয় পুত্ৰ। ইং ৯।১০।৮৪-ত স্বৰ্গগামী হ'ল অসম মেডিকেল কলেজত।

দহ

গ...ড্। আনি দিয়া মোৰ শান্তনুদাক। অহ মাই গড্ কত গ'ল মো...ৰ।

চিষ্টাৰ।

চাৰ।

হাত ভৰিবিলাক বান্ধি দিয়াচোন। ডাক্তৰে নাৰ্চক উদ্দেশি ক'লে। মেডিকেল কলেজৰ ১নং Psycology ward-ত চিএগৰত গগন ফালিলে ইৰাণীয়ে। নাৰ্চে হাতত টোপনি যোৱা ইনজেকচনটো লৈ ইৰাণীৰ শৰীৰত গুজি দিলে। প্ৰায় ১৫ মিনিট মানৰ পাচত ইৰাণী টোপনিত লালকাল হৈ পৰিল। ৭ নম্বৰ বেডত ইৰাণী শুই থাকিল। ওচৰতে চকীখন পাৰি মাকে ইৰাণীৰ করুণ মুখখনলৈ চাই শুই আছে।

চৌধুৰী। ডাক্তৰে মাত দিলে।

হয় ডাক্তৰ কিবা ক'ব।

এৰা আপুনি যদি বেয়া নাপায় যদি মই আপোনাক অলপ পাৰ্চনেল কথা কেইটামান সোধো।

নিশ্চয়। আপুনি ডাক্তৰ। আপোনাৰ কৰ্তব্য আপুনি কৰিব লাগিব।

থেংক ইউ। তেন্তে আহক মোৰ লগত। ডাক্তৰৰ পিছে পিছে আগবাঢ়িল কমলেন্দু চৌধুৰী। বহক চৌধুৰী।

ধন্যবাদ।

বাৰু চৌধুৰী আপোনাৰ পৰিয়াল—

মোৰ পৰিয়াল এয়া আপুনি যি দেখিছে। পৰিবাৰ আৰু এটি মাত্ৰ কন্যা তায়ো আজি এয়া।

নহয় চৌধুৰী আপুনি হতাশ নহব।

ডাক্তৰ মোৰ মাত্ৰ একেটি সন্তান। আপুনি···।

অহ্ চৌধুৰী আপুনি কব লাগিছে জানো। ময়ো সাংসাৰিক। মোৰো আছে ল'ৰা ছোৱালী।

থেংক ইউ ডাক্তৰ।

বাৰু চৌধুৰী আপোনাৰ ছোৱালীজনীয়ে পঢ়ি আছে বোধকৰো। হয় পঢ়িছে। তাই এইবাৰ প্ৰি ইউনিভাৰচিটি দিব লাগে। তাইৰ বিষয়।

বিজ্ঞান।

বেছ তেন্তে ডাক্তৰ পঢ়োৱাৰ একেটি মাত্ৰ ছোৱালী।

সময়ত সকলো ঠিক কৰিম ডাঃ গোস্বামী।

বাৰু চৌধুৰী দেউতাক হলেও আপোনাক সুধি পেলালো। কিন্তু ইৰাণীৰ কোনোবা বয় ফ্ৰেণ্ডৰ লগত বিশেষ হুলি-গলি আছে নেকি বাৰু?

—সেইটো মই বিশেষ কৰ নোৱাৰিম ডাঃ গোস্বামী। কিয়নো মই বাহিৰত থাকো গোটেই দিনটো। তাই মাকৰ লগতহে…।

তেন্তে মই অলপ আপোনাৰ পৰিবাৰৰ লগত কথা হ'ব পাৰিমনে?

নিশ্চয়, নিশ্চয়।

হেৰা তোমাক ডাঃ গোস্বামীয়ে অলপ লগ কৰিব খুজিছে। ৰাণী মাৰ ওচৰত মই আছো। তুমি যোৱা।

অ আহক আহক মিচেচ চৌধুৰী। কৰুণ হাঁহি এটা মাৰি সোমাই গ'ল ইৰাণীৰ মাক। বহক মিচেচ চৌধুৰী।

—হব বহিছো দিয়ক।

—আপোনাক কথা কেইটামান সুধিম।

—ভাল। সুধিব পাৰে।

ছোৱালী মাত্ৰ আপোনাৰ…।

হয় এজনী। তাইয়ে মাত্ৰ।

ভাল কথা এজনী ছোৱালী। খুউব মৰমৰ ছাগৈ।

নকৰ আৰু।

মিচেচ্ চৌধুৰী আপোনালোক ভিৰোতা মানুহবিলাক আমাতকৈ খুউব বেছি বুজাপৰা বুলিয়েই আমাৰ ডাক্তৰ বিজ্ঞানে কয়।

হাঁহিবলৈ চেষ্টা কৰিও ইৰাণীৰ মাকে হাঁহিব নোৱাৰিলে। কি ভাবিছে মিচেচ্ চৌধুৰী। ডঃ গোস্বামীয়ে সুধিলে।

নাই তেনে বিশেষ একো ভৰা নাই। মাত্ৰ ছোৱালীজনী ভাল কৰি দিয়ক আপুনি।

আপোনালোক নিশ্চিন্ত থাকক। আমি জানো এনেকুৱা বয়সত এনেবোৰ বেমাৰী আমি প্ৰায়েই পাওঁ। বাৰু আপুনি মাক যেতিয়া নিশ্চয় নজনা নহয় আপোনাৰ ছোৱালী কলেজত পঢ়ে। গতিকে কলেজত বহুত বন্ধু বান্ধৱী গোটাইছে নিশ্চয়। কথাৰ প্ৰসঙ্গ সলাই ডাঃ গোস্বামীয়ে ইৰাণীৰ মাকক সুধিলে।

বন্ধু বান্ধৱীৰ তাইৰ সীমা নাই। কেতিয়াবা মই ভাগৰি পৰো তাইৰ বন্ধু-বান্ধৱীৰ কথাবোৰ শুনি শুনি।

আও তেনেকৈ নকৰ। জীয়েকে মাকৰ আগত কোৱাতো স্বাভাৱিক। ই এটা প্ৰচলিত ৰীতি। বাৰু মিচেচ্ চৌধুৰী তাইৰ বাৰু কোনোবা বয় ফ্ৰেণ্ডৰ লগত বেছি হলি-গলি থকাতো আপুনি জানে নেকি ?

মা···নে মানে আপুনি কি—মিচেচ্ চৌধুৰীয়ে ক'লে।

অ নহয় নহয় মানে আজিকালি ল'ৰা ছোৱালীৰ মাজত Love কৰাতো বৰ সহজ সাধ্য কাম। আপোনাৰ মোৰ দিনত সেইবোৰ নাই। কৰবাত কেনেবাকৈ শুনিলেও লাজৰ কথা। কিন্তু আপুনি আজি ওলাই যাওঁক দেখিব চিনেমা হ'ল ভৰ্ত্তি ডেকা গাভৰুৰ দলে। তাত আপুনি আমি চিনেমা চাব নোৱাৰো। কেনেকৈ চাব। ইকাষে সিকাষে আপুনি মুখ ঘূৰাব নোৱাৰে। দেখিব জোৰ জোৰ পাতি বাহু ছবি চাইছে। গতিকে আমি নিজৰমান সন্মান হানি কৰোগৈ তাত কেনেকৈ। সেয়ে আপোনাৰ পৰা জানিব বিচাৰো তাইৰ কোনোবা—।

ডাঃ গোস্বামীৰ কথা শেষ হবলৈ নাপালে। ইৰাণীৰ মাকে কৈ পেলালে, হয় তাইৰ বন্ধু বহুত কিন্তু তাই ভাল পাইছিল এজন ল'ৰাক। ল'ৰাজন অৱশ্যে আৰু এতিয়া নাই।

নাই মানে—। ডাঃ গোস্বামীয়ে বেলেগ দৃষ্টিৰে মিচেচ্ চৌধুৰীলৈ চালে।

আজি প্ৰায় ১৫।২০ দিন মানৰ আগত ল'ৰাজনৰ মৃত্যু হৈছে। ল'ৰাজন ডেৰাডুনত পঢ়িছিল, বেঞ্জাৰ। কিন্তু কি হ'ব বিধাতাই দিলেও বিধিয়ে নিদিয়ে। আমি ভাবিছিলো ল'ৰাজনৰ স্বভাৱ চৰিত্ৰ ভাল। পঢ়া-শুনা দিশেৰেটো লেখত লবলগীয়া। অন্তহাতে আমাৰ চৌধুৰীৰ মৰমৰ ছাত্ৰ আছিল। গান গাব পাৰিছিল লবাজনে। আমাৰ ৰাণীয়েও গান খুব ভাল পায়। সেয়ে ল'ৰাজনক দেউতাকে আমাৰ ঘৰলৈ

আতিছিল। এইদৰে অহা যোৱা মাত্ৰ। তাৰ পাছত সি গ'ল ডেৰাডুনলৈ। এই থাকিল কণ্টন কলেজত। যিকি নহওঁক দেখাদেখি ক্ৰমে হেৰাই গৈছিল যদিও সিহঁত দুটাৰ মাজত চিঠিৰ আদান-প্ৰদান আছিল। ময়ো ছোৱালীক বিশেষ একো নকও কিয়নো এজনী মাত্ৰ ছোৱালী। গতিকে তাই ভাল পোৱাটোতে আমিও সন্তুষ্ট। তাই মোক মাজে মাজে কয় মা শান্তনুদা—।

ডাঃ গোস্বামীক হঠাতে বৰ অসংযত দেখ গ'ল।

কি হ'ল ডাঃ গোস্বামী। মিচেচ্ চৌধুৰীয়ে সুধিলে।

না—না—বিশেষ একো হোৱা নাই। আপুনি কৈ যাওঁক।

তাই কয় মা শান্তনুদা আৰু মাত্ৰ এটা বছৰৰ পিছত পঢ়া শেষ কৰি আহিম বুলি চিঠিত লিখিছে আৰু কৈছে আহিয়েই চাকৰি এটা যোগাৰ কৰিব আৰু কৈছে তেতিয়াই হেনো তাইক বিয়া দিব লাগিব। মই তাইৰ এই লাজ বিজ নথকা কথাত কেতিয়াবা ধমকি দিওঁ যদিও অন্তৰত সিহঁতহালৰ প্ৰতি মোৰ কেতিয়াও বেয়া ভাব নাছিল। ভাবিছিলো দেউতাকক কথাটো জনাম আৰু পাৰিলে লবাৰ মাক দেউতাকুকো কথাটো কৰগৈ লাগিব। কিন্তু কি হ'ব ডাঃ গোস্বামী।

বচ্ বচ্ হব মিচেচ্ চৌধুৰী। আপোনালোকক এটা কথা কৈ থওঁ ভৱিষ্যতে তাই যি ইচ্ছা তাকে আপোনালোকে কৰিবলৈ দিব। তাইৰ বিপৰীতে নাযাব কোনোদিনেই। যিহেতু তাই এইটো মেণ্টেলি চক্ পাইছে। বাৰু মিচেচ্ চৌধুৰী আপোনাক অলপ ডিগ্‌দাৰ দিলো। বেয়া—।

নাই ডাঃ গোস্বামী আমি বেয়া নাপাওঁ। তেনেকৈ নাভাবিব কেতিয়াও।

ধন্যবাদ। মই এতিয়া ক্লাবলৈহে যাওঁ। ল'ৰাবোৰে হয়তো চাব আহিব আহিব বুলি বাট চাই আছে।

হব দিয়ক। মিচেচ্ চৌধুৰী বহাৰ পৰা থিয় হ'ল।

ডাঃ গোস্বামী খৰ্‌খেদাকৈ ওলাই আহিল।

গুড্ মৰ্ণিং চাৰ, মৰ্ণিং মৰ্ণিং। গুড্ ম—। ইয়েচ ইয়েচ গুড্ মৰ্ণিং। প্ৰফেচাৰ গোস্বামীলৈ বাট চাই থকা ল'ৰা ছোৱালীবোৰ সু-প্ৰভাত জনাইছে।

চিষ্টাৰ।

চাৰ।

ৰাতি কিবা দিগ্দাৰ দিছিল নেকি ?

চাৰ নাইট চিষ্টাৰে তেনে কোনো Report দিয়া নাই।

—চোৱাচোন ৰাতি কি কি দিলে। ডাঃ গোস্বামীয়ে ছাত্ৰ কবুললৈ চাই ক'লে।

—চাৰ মোৰা ৰাতি ডিউটিত ময়েই আছিলো।

—হয়নেকি। তেন্তে তুমি কি কি দিছিলা ?

চাৰ মই কালি ৰাতি অলপ হুচ অহাত ১/৩ drops vol. Clampose দিলো। আৰু চাৰ Decadron এটা দিছিলো। Decadron দিয়াৰ কাৰণ হ'ল চাৰ তাই একেৰাহে পৰি থকাত পিঠিফালে অলপ ঘাঁ লগাৰ দৰে হৈছে সেয়ে চাৰ।

ভাল কথা। ভাল কথা। বাৰু কবুল কালি তোমাৰ লগত চিষ্টাৰ কোন আছিল ?

চাৰ কালি চিষ্টাৰ চয়নিকা আছিল। এইবুলি কবুলে কেইবাৰাবো চয়নিকা ষ্টেফ'ড নামটো মনতে ভাবিলে। কিয়নো কবুল চিষ্টাৰ চয়নিকাৰ প্ৰতি অলপ দুৰ্বল। এচৰত বৈ থকা মৰ্ণিং ডিউটিৰ নাৰ্চ মন্দাকিনীয়ে কবুললৈ চাই এটা মিচিকিয়া হাঁহি মাৰি দিলে। ঠিক আছে চিষ্টাৰ হব।

ৰেজিষ্টাৰখন মন্দাকিনীৰ হাতত। ডাঃ গোস্বামীৰ পিছে পিছে অগ্ৰসৰ হ'ল কবুল, জগদীশ আৰু ৰাজ।

হেৰি এই কবুল নামৰ ল'ৰাজন চিনি পাইছো। অসমীয়া। পিছে বাকী দুজন কি সম্প্ৰদায়ৰ হব বাৰু।

অলপ শকত বিজন তেওঁ হয়তো জৈন সম্প্ৰদায়ৰ হব পাৰে আৰু

বাকী এই ওখজন ল'বা পার্টীয়ান। কমলেন্দু চৌধুৰীয়ে জগদীশ আৰু ৰাজলৈ চাই কথাষাৰ কৈ গ'ল।

চাওঁকচোন এই পাৰ্টীয়ান ল'ৰাজন বেচ মৰম লগা দেই। কিমান যে দূৰত মাক দেউতাকক এৰি থৈ আহি ইয়াত ডাক্তৰ কৰিছেহি।

তেওঁলোক ডাক্তৰ এতিয়াও হোৱা নাই। পঢ়া শেষ হোৱাৰ পিছত তেওঁলোকে চৰকাৰক এটা বছৰ খাটি দিব লাগে। তাৰ পিছতহে চাকৰি বিচাৰিব পাৰিব। এতিয়া তেওঁলোক তিনিও খাটিহে দিছে। চাকৰি নহয় এয়া।

অ হয়নেকি। পইচা পাতি পাইনে নাপায় বাৰু?

কিবা এটা পাই হবলা। চৌধুৰীয়ে ক'লে। হুমুনিয়াহ এটা কাঢ়ি ইৰাণীৰ মাক আকৌ বহি পৰিল।

কি হ'ল তোমাৰ ভাগৰ লাগিছে নহয়। পত্নীলৈ চাই চৌধুৰীয়ে ক'লে।

ভাগৰ বাদ দিয়ক আৰু যে কিমান দিন লাগিব কব পৰা নাই। মোৰ বৰ চিন্তা হ'ল এইজনীকলৈ। ডাঃ গোস্বামীয়ে কৈছে ভাল হোৱাৰ পিছতো আমি যথেষ্ট সাৱধান হব লাগিব।

দিনবোৰ গৈয়েই থাকিল। লাহে লাহে এটা মাহ শেষ হ'ল। ইৰাণীয়েও চকু মেলিছে। মাজে মাজে অস্ফুট ভাষাৰে কিবা এটা কবলৈ বিচাৰিছে।

এই চোৱাচোন তাই কিবা কৈছে নেকি?

ৰাণী মা কি হ'ল? মাকে মূৰটোত হাত বুলাই সুধিলে।

মা। ইৰাণীয়ে মাতিলে সেহাই সেহাই।

ও।

মা মই কত আছো।

তুমি হস্পিটেলত আছা ৰাণীমা।

মা মই মৰি যাম এতিয়া মা।

মাজনী তুমি তেনেকৈ নকবা সোন।

কি হ'ল তাই কি কৈছে। চৌধুৰী ওচৰ চাপি আহি সুধিলে।

মা দেউতা ক'ত ?

কি বাণী মা মই এয়া ইয়াত আছো। তোমাৰ ওচৰতে আছো।

আ—নি দিয়া। অ-গ—ড্। চিএগৰত গমগমাই উঠিল গোটেই ৱাৰ্ডটো।

চিষ্টাৰ আপুনি হাত দুখন বান্ধি দিয়ক। মন্দাকিনীয়ে হাত দুখন বিচনাৰ সৈতে সংযোগ কৰি বান্ধি দিলে। যাগৰি পৰিব নোৱাৰাকৈ প্ৰয়োজনীয় কাঠৰ বেৰাটো বেড্খনত দি দিলেহি।

চৌধুৰী আপুনি এটা কাম কৰক। পাৰিলে তাইক মাংসৰ চোপ অলপ খুৱাবলৈ চেষ্টা কৰিব চোন। যদি খুৱাব নোৱাৰে তেন্তে আমাৰ চিষ্টাৰৰ হাতত দিব। চিষ্টাৰ অলপ চোপ্ দি দিবা দেই।

হয় চাৰ।

চৌধুৰী আপুনি অলপ আহকচোন মোৰ লগত। আগবাঢ়িল চৌধুৰী আৰু ডাঃ গোস্বামী একেলগে। বাৰাণ্ডাত বৈ ডাঃ গোস্বামীয়ে কবলৈ ধৰিলে চৌধুৰী আপুনি এটা কাম কৰক।

কওঁক গোস্বামী।

আপোনাৰ ছোৱালী ভাল হ'ব। কিন্তু এটা কাম কৰক। আমি কাইলৈ বিলিজ দিম। পাৰিলে আপুনি তাইক অলপ বাহিৰলৈ লৈ যাওঁক।

মানে—আপুনি কি কৰলৈ বিছাৰিছে ডাঃ গোস্বামী।

তাইক অলপ দিন ঘৰলৈ নি ইটো সিটো দেখুৱাওঁক। মৰম কৰক আৰু অলপ লাইনলৈ অহা যেন দেখিলেই বাহিৰলৈ লৈ যাওঁক ফুৰাবলৈ এই ধৰক—আগ্ৰা, মথুৰা মানে য'ত তাই থাকি অলপ আমোদ পাব।

ভাল বাৰু।

পিছদিনা চৌধুৰীৰ পৰিয়াল গুৱাহাটী পালেহি।

নিজৰ বাসভৱনত বহি আছে এখন চিন্তাকুল মুখলৈ।

দেউতা। তন্দ্ৰা ভাগিল চৌধুৰীৰ।

কি হ'ল ৰাণী মা।

দেউতা মোৰ ইয়াত থাকিবলৈ মন যোৱা নাই দেউতা।

ক'ত যাবা কোৱা মাজনী।

দেউতা মই শান্তনুদাদাহঁতৰ ঘৰলৈ যাওঁ দেউতা।

ৰাণী মা তুমি তাত গৈ কি কৰিবা এতিয়া।

নহয় দেউতা এনেয়ে যাওঁ। মোক লৈ যাওঁক দেউতা।

কি হ'ল ৰাণী। হঠাতে মাক সোমাই আহি সুধিলেহি।

ৰাণী মাই বৰ ডাঙৰ কথা এটা কৈছে বুজিছা।

ডাঙৰ কথা। কি কৈছে ভাই।

—ভাই হেনো শান্তনুহঁতৰ ঘৰলৈ যায়।

—মই বৰ বিবুদ্ধিত পৰিছো। তাত গৈ গয়েই বা আমি কি কৰিমগৈ।

—নাই আপুনি চিন্তা নকৰিব। আমি এইৰ বিষয়ে একো খুলিয়াওঁ। মাত্ৰ কম যে শান্তনু আপোনাৰ ছাত্ৰ আছিল এসময়ত। গতিকে হঠাতে ঘটনাতো জানিব পাৰি আমি আহিলো। মৰমৰ জীয়েকৰ শান্তি বিচাৰি ওলাল চৌধুৰী সপৰিয়ালে ধনশিৰিলৈ। প্ৰায় ৩ মান বজাত বিচাৰি পাইছিল মেধি পৰিয়ালৰ ঘৰখন। গাড়ীৰ পৰাই নামি কমলেন্দু চৌধুৰীয়ে দেখিছিল এখন অন্ধকাৰ পূৰ্ণ মুখলৈ বহি আছে এজন বয়সস্থ লোক। এইজনেই হয়তো হব পুত্ৰ বিয়োগত ম্ৰিয়মান হোৱা শ্ৰীমেধী। আগবাঢ়ি গ'ল ক্ৰমে ওচৰলৈ।

এবাৰ

---

কি কম ভাই ক। দেউতা একেবাৰে ভিতৰি ভিতৰি শেষ হৈ গৈছে।

—এটা কাম কৰ। ভাই বাক কিমান দিনৰ চুটিত আহিছে।

—চুটি মোৰ ৩ মাহ আছে।

—হয় নেকি ? তেন্তে তই দেউতাক অলপ বাহিৰত থুৱাই আনিলে বেয়া নহব ছাগে।

অ—এয়া মোৰ বন্ধু। তোমাক আগতে কৈছো যুধিষ্ঠিৰ বন্ধুজনৰ কথা। ইয়েই সেই যুধিষ্ঠিৰ ওৰফে পৰাণজিত পাঠক। তামোলৰ বটাটো আগবঢ়াই দি উৰ্মিলাই প্ৰতি নমস্কাৰ জনালে।

পৰাণজিতে হাতত লৈ অহা টেপোলাটো উৰ্মিলালৈ আগবঢ়াই দিলে। লোৱা উৰ্মিলা। তোমালোকৰ বিয়াত আহিব নোৱাৰিলো।

—ক'ত আহিবি বে আমাৰ বিয়াত। গৌৰাঙ্গই অভিমান ভৰা কণ্ঠৰে ক'লে।

—নহয় অ দোস্ত তেতিয়া মই বিৰাট বিজি আছিলো। স্কুল এখন দান কৰিলো। ছোৱালী স্কুল।

বাঃ ভাল লাগিল শুনি সেই। কি নাম দিলে স্কুল খনৰ। উৰ্মিলাই সুধিলে।

—নাম "মাতৃ তুমি মোৰ" ছোৱালী হাইস্কুল। পৰাণে ক'লে—মা তুমি মোৰ বাঃ বৰ ধুনীয়া নাম। কোনে বাক পছন্দ কৰিলে নামটো ?

কোনেনো কৰিব। তোমালোকৰ যুধিষ্ঠিৰ বন্ধুজনেই পছন্দ কৰিলে নামটো। হা—হা—হা হঁাহি হঁাহি পৰাণ ভিতৰ সোমাই গ'ল।

—বহা বোপাই বহা। মূঢ়াটো আগবঢ়াই দি গৌৰাঙ্গৰ মাকে তল মূৰ কৰি উচুপি উঠিল।

—মা আপুনি দুখ নকৰিব মা। চাওঁক আপোনাৰ এটা গ'ল বাকী দুটা আছেই দেখোন। পৰাণে শান্তনা দিয়াৰ সুৰেৰে ক'লে।

—নহয় সোন সি মোক একেবাৰে শেষ কৰি থৈ গ'ল। বন্ধু পালেই আছে ; অকলে নাহে কেতিয়াও লগত এটা লৈ আহে। আহি মোক বিখন কৰিবহি। খাবলৈ পাছৰি যায়। বাটৰ এডোখৰৰ পৰা মা মা বুলি চিঞৰি আহিব। এই বুলি হুকহুকাই কান্দি পেলালে চেনেহীয়ে। শান্তনা দিবলৈ আহি পৰাণবো দুগালে বৈ আহিছিল চকুলো। সি আহি মোক কোচত লব। চুমা খাব কিবে নকৰিছিল মোৰ বোপাই-

টোৱে। তাৰ সলনি মোক লৈ যোৱা হলেও মই শান্তি পলোহেঁতেন বোপাই। নাহে আৰু মোৰ মাজুমইনা। নাহে আৰু গলগৈ সি মোৰ বুকুৰ মাজৰপৰা। বহুত দূৰলৈ লৈ গ'ল ভগবানে তাক। মই প্ৰাৰ্থনা কৰো তাক যেন ঈশ্বৰে সংগতি দিয়ে। যতেই আছেগৈ সি তাতেই যেন মৰম পাওঁক। মই আৰু কিমান দিন থাকিম এইকুৰা জিয়া জুই লৈ বোপাই। কান্দি কান্দি পৰাণজিতৰ আগত কৈ গ'ল চেনেহীয়ে পুত্ৰস্নেহৰ কথা।

মা আপুনি উঠকচোন। গাত ধৰি ধৰি লৈ গৈ শুৱাই দিলেগৈ উৰ্ম্মিলাই শাহুৱেকক। মা আপুনি টোপনি যাওক, বেছি নাভাৱিব। মই আলহীক চাহ-তাহ দিওঁগৈ। উৰ্ম্মিলাই শাহুৱেকৰ গাত কাপোৰ কানি দি গুলাই আহিল।

—বহা উৰ্ম্মিলা। তোমাক বন্ধু পত্নী বুলিহে চিনি পালো। কিন্তু তোমাৰ ঘৰৰ খা-খবৰ লোৱাই নাই। কোন কেনে আছে ঘৰত।

—ঘৰত মা, দেউতা, ভণ্টী এজনী আৰু ভাইটি দুটা আছে।

—অ তই আকৌ বেয়া পাইছ নেকি উৰ্ম্মিলাক মতা দেখি। বগৰ তুলিবৈকে পৰাণে গৌৰাঙ্গলৈ চাই ক'লে। বাৰু কোৱাচোন উৰ্ম্মিলা। তুমি ইয়াক প্ৰথম দেখিয়েই বিয়াৰ মত দিলা নে?

—ই নহয় আপুনি নাজানে জানো। মই গোৰখ্‌পুৰ কলেজত পঢ়িছিলো।

—কি গোৰখ্‌পুৰ কলেজত তুমি পঢ়িছিলো। আচৰিত হৈ পৰাণে সুধিলে।

—নহয় অ নহয় বেছিদিন পঢ়িবলৈ নাপালে। গৌৰাঙ্গই ক'লে।

—মানে কি? পৰাণে সুধিলে।

—মোৰ খুৰাদেউ গোৰখপুৰ জিলাতে চাকৰি কৰিছিল। মই সকবে পৰাই খুৰাদেউৰ লগত থাকি পঢ়া। মেট্ৰিক পাছ কৰাৰ পিছত খুৰাই মোক গোৰখ্‌পুৰলৈ লৈ গৈছিল। তাত মাত্ৰ 1st year-ত ৩ মাহ মানহে

ক্লাচ কৰিছিলো। এনেতে খুৰাৰ নতুন চাকৰিৰ খবৰ অহাত শিৱসাগৰলৈ আহিলো। গতিকে মোৰ গোৰখ্‌পুৰত বেছিদিন পঢ়া নহলেই।

—বাৰু ইয়াৰ পিছে—

—অ এখেতে মোক ৰেগিং কৰিছিল সেই সূত্ৰে চিনাকি।

—বাঃ তই কম নহয় দেই। ৰেগিংনো কিমান সময় ক'ৰিছিল। খুউব বেছি আধা ঘণ্টাৰ চিনাকী নিউ কমাৰক আজি পত্নী বনাই ললি। এৰা নিবুকা বাঘেহে গৰু খায়। কথাটো মিছা নহয়।

—দেখিছা উৰ্ম্মিলা তোমাৰ মুখৰ আগতে যুধিষ্ঠিৰে মোক নিবুকা বাঘ বনাইছে।

—হয় আকৌ আপুনি নিবুকা সেয়েহে কব পাৰিছে।

—হেগুচেক নিবুকা। পৰাণে হাতখন আগবঢ়াই দিলে গৌৰাঙ্গলৈ। জানা উৰ্ম্মিলা কলেজত পঢ়োতে আমি হোষ্টেলত ইমান উৎপাত কৰো। ই কিন্তু একেবাৰে শান্তশিষ্ট।

—নহয় অ মানে মই মনে মনে বহি উৰ্ম্মিলাৰ কথাকে ভাৱি থাকো। গৌৰাঙ্গই পৰাণৰ পিঠিত থকা এটা মাৰি ক'লে।

—বাৰু সেইবোৰ বাদ দিয়ক। টেবুলত চাহৰ কাপ-প্লেটবোৰ তুলি দি উৰ্ম্মিলাই সুধিলে—আপোনাৰ ঘৰত কোন কেনেকে আছে।

—মোৰ ঘৰত সকলো আছে। মানে ভণ্টী এজনা তাইক বিয়া দিলো ল'ৰা এহাল তাইৰ। বিকি আৰু অপু। বিকি এইবাৰ অষ্টম মানত। আৰু অপু সি ক্লাচ VI-ত আছে। আৰু ভনা জোঁৱাই আছে। এয়াই মোৰ ঘৰৰ আত্মীয় স্বজন।

মানে আপোনাৰ—। কথাষাৰ শেষ হবলৈ নৌ পাওঁতেই গৌৰাঙ্গই সিফালৰপৰা মনে মনে থাকিবলৈ ইংগিত দি মুখত আঙুলটো দিলে। উৰ্ম্মিলা মনে মনে থাকিল। বাৰু চাহ খাওঁকচোন। মই দেউতাক ভিতৰলৈ মাতি আনো। দেউতালৈ মোৰ বৰ দুঃখ লাগে। দেউতা সন্ধ্যা লাগিল। ভিতৰলৈ আহক। বাহিৰত নালাগে থাকিব। এনেই গা-মূৰ ভাল নাই। মই চাহ কৰিছো। আহক দেউতা আপুনি

বিচনালৈকে যাওঁক। মই বিচনা ঠিক কৰি থৈ আহিছো। আপোনাৰ ওচৰতে দিমগৈ চাহ। পুত্ৰ শোকত একেবাৰে শেষ হৈ আহিল বুঢ়া। হাতত থকা লাখুটি ডালত ভেজা দি দি সোমাই আহিল ভিতৰলৈ।

—নবৌ নবৌ ক'ত আছা নবৌ ?

—আহা সক মইনা এয়া মই পাকাঘৰত আছো। নবৌকৰ মাত শুনি গজং গজংকৈ খোজ কেইটা পেলাই অংকুৰ সোমাই গ'ল বান্ধনী ঘৰলৈ।

—নবৌ চোৱাচোন মই তোমালৈ এয়া কি লৈ আহিছো। লোৱা নবৌ এয়া লোৱা। অংকুৰে আগবঢ়াই দিয়া মৰ্টনৰ পেকেটটো হাতত লৈ উৰ্মিলা অবাক হৈ ৰ'ল। মনত পৰিল মৰমৰ দেওৰেক শান্তনুৱে লিখা চিঠিখনলৈ। দুগালেদি বাগৰি আহিল দুটোপাল চকুলো। চাহৰ টেবুলত বহি থকা গৌৰাঙ্গ আৰু পৰাণে চাই থাকিল অংকুৰহঁতৰ ফাললৈ।

---